# পথিক

( বাছকবনীয়া গল্প-সংকলন )

ইমৰান শ্বাহ





শিৱসাগৰ-৭৮৫৬৭১

*PATIK*—A collection of selected stories, written by Imran Shawah and Published by Smt. Anuradha Gohain Konwar, Udayan Prakashan, Nitaipukhuri, Sibsagar-785671, First Edition, November, 1995. Price rupees Thirty only.

---

প্ৰকাশিকা :
শ্ৰীমতী অনুৰাধা গোহাঞি কোঁৱৰ
উদয়ন প্ৰকাশন
নিতাইপুখুৰী-৭৮৫৬৭১
শিৱসাগৰ : অসম

শাখা কাৰ্য্যালয় :
বৰা ৰ'ড ; বাবুপট্টি
শিৱসাগৰ-৭৮৫৬৪০

প্ৰথম প্ৰকাশ : নৱেম্বৰ, ১৯৯৫ চন

প্ৰচ্ছদ : ধনঞ্জয় শৰ্মা

মূল্য : ৩০·০০ টকা

ছপাওঁতা :
দৰ্পণ প্ৰিণ্টাৰ্ছ
৭৪/৩, আমহাৰ্ষ্ট ষ্ট্ৰীট
কলিকতা-৭০০০০৯

## সূচী


- মৰুভূমিত বৰষুণ / ১
- অন্ধকাৰৰ স্বৰ্গ / ৮
- পৰ্দ্দা / ১৭
- সতী / ২৬
- ৰজা / ৩৫
- ফান্দী আৰু লাংচিং / ৪১
- কলম / ৪৬
- হুমাৰ বৰুৱা / ৫২
- এতিয়া / ৫৭
- হাত / ৬৪
- অসুখ / ৭০
- তামাদি / ৭৭
- ধুঁৱলি-চেতনা / ৯০
- আপোন সুদূৰ / ৯৯
- আগ্ৰহ / ১০৫
- কিউ / ১১০
- শেষ যুদ্ধ / ১১৮
- ৰ্কিৰ্ৰিল / ১২৪
- গোঁ-গোঁ / ১২৯
- প্ৰসাৰ / ১৩৫




# মৰুভূমিত বৰষুণ

শুই উঠিয়েই কিয় জানো ক'ব নোৱাৰো হঠাৎ এটা কথা মনলৈ আহিছিল। জহৰমল এইডেড হাইস্কুলত চিঞৰ-বাথৰ কৰি কটোৱা মোৰতো এক কম একুৰি বছৰেই হ'ল। ইয়াৰ ভিতৰত মোৰ বাৰু ইন্‌ক্রিমেণ্ট কিমান হ'ল? কামত প্ৰথম সোমাওঁতে ইন্‌ক্রিমেণ্ট শব্দটোতেই দস্তৰমত ৰোমাঞ্চৰ গোন্ধ পাইছিলোঁ। প্ৰথম বছৰ বঢ়া টকা কেইটা পাই সহকৰ্মী কেইজনমানক চাহ-চাচিপান খুৱাইছিলোঁ। কিন্তু বছৰ বাগৰাৰ লগে লগে ইন্‌ক্রিমেণ্টৰ লেখ মনত ৰাখিবলৈকো পাহৰি গ'লো। বহুত কাৰণত। তথাপি আজি কিয় জানো কথাটো মনলৈ আহিছিল। অঙ্কৰ মাষ্টৰ মই। এলাপেচা অঙ্ক মুখতে ওলায়। কুৰি বছৰৰ শেষত কিতাপৰ সৰহভাগ অঙ্ক মুখস্থ। তথাপিও দেখোন কেইবাবাৰো মুখে মুখে কৰিও উত্তৰটো মই উলিয়াব নোৱাৰিলোঁ। শুদ্ধ উত্তৰটো উলিয়াবলৈ মোৰ বোধহয় ভয় লাগিছিল; বোধহয় সেই কাৰণেই। অঙ্কটো শেষ হোৱাৰ আগতে মোৰ পৰিয়ালৰ খৰচৰ হিচাপৰ সাত নম্বৰী ইন্‌ক্রিমেণ্ট তৃপ্তিমণিয়ে চাহ খাবলৈ মাকে মতা বুলি ক'লেহি। লগে লগে চাহৰ তৃপ্তিৰ আশাই বৰ্দ্ধিত দৰ্মহাৰ হিচাপৰ অঙ্ক কৰি পাব পৰা তৃপ্তিকণৰ সম্ভাৱনাক নাকচ কৰি দিলে।

আজিকালিৰ ৰান্ধনিৰ হাতত চাহ বেছি গৰম নহয়। দোকানত হ'লে আন একাপ বিচাৰিব পাৰি; ঘৰত নোৱাৰি। গতিকে কোঁট কোঁট্‌কৈ ঠাণ্ডা চাহ একাপ পিলৈ হাতত মোনাটো লৈ বজাৰলৈ ওলাই গ'লোঁ। 'আয়ে চাই মুখলৈ ঘৈণীয়ে চাই হাতলৈ' বোলা কথাষাৰৰ অকাট্য প্ৰমাণ স্বৰূপ তৃপ্তিৰ মাক মোৰ সকলো অতৃপ্তিৰ মূল কাৰণ ঘৰৰ মানুহ গৰাকীয়ে বিছনাতে হুকুম শুনাই থৈছিল,—আজি বোলে সিফালৰ মানে আমাৰ অতৃপ্তিয়ে সুবিধা পালেই যাব ঘৰলৈ টোপোলা বান্ধে সেই ফালৰ কোনোবা অহাৰ আশা আছে। আগদিনা কুকুৰায়ে কাণ-কথা পাতিছিল নে কাউৰীয়েই ৰমলিয়াইছিল নাজানো। গতিকে থাহীৰ মাংস নহ'লেও মাছ এচকল যাতে স্কুললৈ যোৱাৰ আগতে আনি থৈ যোৱা হয়। থালী মোনাটো লৈ ওলাই যাওঁতে এনেয়ে এবাৰ ভাবিবৰ মন গৈছিল, এইকণ পুণ্য যদি মোৰ বোপাইৰ ফালৰ কোনোবা আহোঁতেও কৰিবলৈ পালোহেঁতেন?

আমাৰ ঘৰৰপৰা বজাৰলৈ দুটা তিনি আলি যুৰ—আৰু এটা কেঁকুৰি পাৰ হৈ যাব লাগে। বাটত ৰাতিপুৱাৰ ব্যস্ত ৰাইজ। ব্যস্ততাৰেই আগ বাঢ়িছিলোঁ। কিন্তু মাষ্টৰৰ চকু। পৰীক্ষাত ল'ৰাক 'গাৰ্ড' দিয়া মাষ্টৰৰ চকু। একো নেদেখাৰ দৰে

থাকিও আমি সকলো দেখো। দেখাটো কৰ্তব্য। কৈঁকুৰিটো ঘূৰোঁতেই দেখিলোঁ। সিফালৰপৰা এখন চাইকেলত উঠি দুটা ল'ৰা আহিছে। "পেণ্ট কেনে হোৱা উচিত! চাৰ্ট কেনে হোৱা উচিত! চুলি কেনে হোৱা উচিত! কি কি খিনি কাম বাইজ আৰু চৰকাৰে কৰিবলৈ হাক দিছে বাবে এই বয়সতে কৰি লোৱা উচিত!" ঠিক এনে ধৰণৰ এমুঠি চিন্তাৰে মগজ পূৰ্ণ বা ঘোলা কৰি বথা ল'ৰা। সিহঁতৰ পৰীক্ষাৰ কথা ভাবিবলৈ দৰ্মহা খোৱা মাষ্টৰ আছে। সময়ৰ পৰিৱৰ্তন আহিব। বজাৰত কাপোৰ ওলাব। পেণ্টবোৰে এতিয়াৰ পঁয়া লগা ৰোগৰপৰা মুক্ত হৈ আগৰ দৰে সৰল-সুঠাম হ'ব। চুলিৰ চিন্তা নাপিতে কৰিব। মাষ্টৰে পৰীক্ষাৰ কথা ভাবিবলৈ এৰি পঢ়োৱাৰ কথা ভাবিবলৈ ধৰিব। ভাল দিন আহিব। এনে ধৰণৰ কল্যাণময় কথা কিছুমান ভাবি আগবাঢ়িলোঁ। যদিও ল'ৰা দুটালৈ নাচাই নোৱাৰিলোঁ। এটাই চলাইছে। আনটোৱে কায়দা কৰি হেন্দেলৰ ওপৰেদি এটা ভৰি পাৰ কৰি আগৰ ফ্ৰেমটোত বহি গৈছে। দুয়োটা ল'ৰা মই চিনি পাওঁ। মোৰেই ছাত্ৰ বুলিব পাৰি। আমাৰ স্কুলৰ ক্লাছ নাইনৰ বি-চেক্সনত পঢ়ে। মই এ-চেক্সনৰ মাষ্টৰ। বি-চেক্সনবোৰ নাপাও। মোক দূৰত দেখিয়েই আগত বহি অহা ল'ৰাটোৱে পিচৰটোক কিবা এযাৰ ক'লে। পিচৰটোৱেও মুৰ জোকাৰি কিবা এটা ক'লে, নিশ্চয় 'মাৰ-গুলী' জাতীয় কিবা এটা। পিচ মুহূৰ্তত চাইকেলখন হুচ্ কৰে মোৰ কাষেদিয়ে পাৰ হৈ গ'ল। মই মনৰ ভিতৰতে হাঁহি কিবা এটা ভবাৰ চেষ্টা কৰিছিলোঁ। এনেতে হুৰমুৰকৈ আন এজন ল'ৰা চাইকেলেৰে আহি মোৰ আগতে নামি পৰিল। ব্ৰেকহীন চাইকেল। থকামকাত বপুৰাই নিৰীহ এক পদযাত্ৰীক দিছিলেই আৰু এখুন্দা। ল'ৰাটো চিনিলোঁ। মোৰ চেক্সনৰ ত্ৰিদিব। "চাৰ, বজাৰলৈ যায়?" মই মূৰ দুপিয়ালোঁ। হাতত নিচান লৈ গৈছোঁ। যেয়ে দেখে সেয়ে বুজিব। ত্ৰিদিবে নিশ্চয় জানে তাৰ সহপাঠী মোৰ চতুৰ্থ কুলতিলক শ্ৰীমান মানসে হাতত মোনা লৈ বজাৰ কৰিবলৈ টান পায়। লাজ পায়। কি যে যুগ আহিল। আজিকালি ল'ৰাই আবেলি ফুৰিবলৈ যাওঁতেও চাইকেল নহ'লে লাজ পায়। ত্ৰিদিব বোলা ল'ৰাটো অদ্ভুত গদ্ভ। সি যোৱাৰ পাচত অকাৰণতে মোৰ হাঁহিবৰ মন গ'ল। চাইকেল আৰোহী ল'ৰাহাল আৰু ত্ৰিদিব ইহঁতৰ মাজত কাৰ মনৰ ৰোগ বেছি ভাবিবলৈ মোৰ ভাল নালাগিল। ভাবিবলৈ মন নগ'লেও কিছুমান কথা নাভাবি নোৱাৰি। মাষ্টৰ মানে দৰ্মহা আৰু পঢ়োৱা বুলি বিশ্বাস কৰিলেও মাষ্টৰ হৈ আৰু কিছুমান কথা নাভাবি নোৱাৰি। ভাবিব খুজিছিলোঁ। কিন্তু বক্ষা কাৰণে লক্ষীয়ে। মোৰ চকুত পৰিল আমাৰ স্কুলৰ চকিদাৰ লক্ষী মোৰ বিপৰীত দিশৰপৰা গজং গজংকৈ আহিছে। মোক দেখি সি হুপি অহা বিড়িটো লুকুৱাবৰ চেষ্টা কৰিলে, ঠিক মোৰ ছাত্ৰবোৰে চেষ্টা কৰাৰ দৰেই।

মই ভাবিছিলোঁ। কওঁ, বিড়ি যদি খায়েই চুৰি-তাৰি কিয় কৰ। কিন্তু তাৰ সলনি গহীনাই সুধিলোঁ, "কি অ' লক্ষ্মী, ক'লৈ যাব?"

"এয়া চাব, ভনীজনীৰ ঘৰৰপৰা অকণমান আহিব লগীয়া হ'ল। চাব, বজাৰলৈ যায় হ'বলা।" লক্ষ্মীৰ প্ৰশ্নৰ উত্তৰ দিবলৈ নহ'ল। মই ভাবিছিলোঁ। মানুহে চিগাৰেট লুকুৱাই কিয়? চিগাৰেট নোখোৱা আৰু খাই লুকুৱাৰ মাজত আকাশ-পাতাল পাৰ্থক্য নহয় নে বাৰু? পাপ নকৰা আৰু লুকুৱাই পাপ কৰা একে কথা নহয়। আজিকালি পিছে লুকুৱাই পাপ কৰাহে দেখোন বাহাদুৰিৰ কথা বুলি মানুহে ভৰা হ'ল।

মই আগবাঢ়ি গ'লোঁ।

প্ৰথমটো তিনি আলি পাই দেখিলোঁ। ৰাস্তাৰ একোণে পাঁচখন মান ৰিক্সা থিয় কৰি লৈ ৰিক্সাৱালা কেইটাই পুৱাতেই তিন-পাটি খেলাত বহি গৈছে। হোটেল এখনৰ সমুখত পোন্ধৰটামান কুকুৰ গোঠ খাই কাজিয়া কৰিছে। সিহঁতৰ চিএৰ-বাখৰ তল পেলাবলৈ যত্ন কৰি হোটেলৰ গৰাকীয়ে টেটু ফালি চিঞৰি 'বয়'কেটাক পুৱাৰ নিৰ্দেশ শুনাইছে। কুকুৰকটো কোনেও চেই বুলি ক'বলৈকো সময় উলিয়াব পৰা নাই। অসমত বাৰু কুকুৰৰ সংখ্যা কিমান? মোক কুকুৰৰ পৰিসংখ্যাৰ আনুকলীয়া সমস্যাৰ পৰা ৰক্ষা কৰিলে আমাৰে প্ৰতিবেশী ভাৰ্গৱ উকিলে। ভাৰ্গৱ ডাঙৰীয়া অতি ব্যস্ততাৰে কৰবাৰপৰা আহিছিল। মোক দেখি মাত লগালে, "কি খবৰ মাষ্টৰ, বজাৰলৈ নেকি?" মাষ্টৰক মাষ্টৰ বুলি মতাত বেআইনী একো নিশ্চয় নাই। তথাপি ভাৰ্গৱ ডাঙৰীয়াৰ কণ্ঠস্বৰৰ গুণতে হওক বা দেশত শিক্ষক-দিবস পালন কৰাৰপৰা মাষ্টৰৰ সামাজিক স্থান সম্পৰ্কে সচেতন হৈ উঠাৰ কাৰণেই হওক ভাৰ্গৱ উকিলৰ সম্বোধনটো মোৰ তাচ্ছিল্যৰ যেন লাগিল। কিন্তু মুখত সকলোৰে কুশল হওক এনে এটা হাঁহি ফুটাই ক'লোঁ, "এৰা বুজিছেনে। আপুনি?" মোতকৈ বয়সে সৰু হ'লেও ডাঙৰ নোহোৱা উকিলে এক মুহূৰ্তৰ পাচৰ ভৱিষ্যত দেশখনৰ ভাগ্য যেন তেওঁৰ এই মুহূৰ্তৰ তৎপৰতাৰ ওপৰতে নিৰ্ভৰ কৰিছে এনে এটা ভাৱ দেখুৱাই ক'লে, "নক'বা আৰু বুজিছা। এচ-ডি-অ'ক অলপ লগ ধৰি আহিলোঁ। ফুড ক্ৰাইচিচ কিমান দূৰ পাইছেগৈ তোমালোক মাষ্টৰ মানুহে খবৰেই নোপোৱা নহয়। এনেকে দেখাত ইমপেচিং ফেমিনেই বোলা যায়। সন্ধ্যালৈ এখন বিশেষ সভা আহ্বান কৰিছো। পাৰিলে পাক এটা মাৰিবা।"

"চাওঁ বাৰু, সময় ওলাই যদি যাম। আজি আকৌ মোৰ আলহি অহাৰ কথা।"

"সেয়া! মানুহে কালিলৈ খাবলৈ পায় নে নাপায় ঠিক নাই। তুমি আলহি লৈ ব্যস্ত। যাবা। গৈ একো কৰিব নোৱাৰিলেও ডে অলচ চাভচ হু ওৱেট এণ্ড চি। আমি সকলো ইনফ্লুয়েঞ্জিয়েল মানুহ মাতিছো।" কৈ কৈ ভাৰ্গৱ উকিল গ'লগৈ।

ইনক্লুয়েজিয়েল ! মোৰ নিজকে বৰ নগণ্য-নগণ্য যেন লাগিল।

নগণ্যইতো। নগণ্য নহয় যদি কি ? কি—ভাবিবলৈ মোৰ ভয় লাগিল।

তাৰ সলনি আন এটা কথা ভাবিলোঁ। ফুড ক্রাইচিচৰ কথা ভাবিলোঁ। লাজ লগা সমস্যা এটা দেশৰ। ভাবিবলৈয়ো লাজ লগা। পদোৰ মাছ মৰাৰ দৰে কথা। সেইবোৰ বাক যিয়েই নহওক এইযে ভাৰ্গৱ চৌধুৰী, দেশখনক এসাজ ভাত খুৱাবলৈ দৌৰাদৌৰি লগাইছে, দৰাচলতে এবাৰো বাক এওঁ ফুড-ক্রাইচিচৰ কথা ভাবিছেনে ? দেশখনৰ এজনো তথাকথিত ইনক্লুয়েজিয়েল মানুহে বাক সঁচাই ভাবেনে ? কোনেও নাভাবে। কাবো ভবাৰ গৰজ নাই। ময়ো নাভাবো। দিনে দিনে দিনবোৰ যিমানে জটিল হৈ আহিছে মানুহৰ কমপ্লেচেক্সি সিমানে বাঢ়ি আহিছে। আৰু ভাৰ্গৱ চৌধুৰীৰ দৰে মানুহৰ বাবে এই জটিলতা একোটা "মণ্ডকা"ত পৰিণত হৈছে। এই চলতে জনপ্ৰিয় হৈ লৈ আগন্তুক নিৰ্বাচন-যুদ্ধৰ বাবে প্ৰস্তুত হোৱাৰ আৰু মধ্যৱৰ্তী কালছোৱাত দুটা কেছ বেছিকৈ পোৱাৰ এটা সুযোগ। আৰু মোৰ দৰে মানুহৰ বাবে এইবোৰ কমনৰূমত বিক্ৰেচনৰ সময়ছোৱাত কথা চোৱাই কটোৱাৰ সমল। আমি নাভাবোঁ। চেনিৰ দাম কদমত বাঢ়িলেও আমি পাৰিলে চৰা দাম দি কিনো। নোৱাৰিলে নোখোৱাকৈ থাকোঁ। কিন্তু দাম কিয় বাঢ়িব বা বাঢ়িছে নাভাবোঁ। গণতন্ত্ৰই আমাক চিঞৰিবলৈ হয়তো শিকাইছে ; কিন্তু ভাবিবলৈ আৰু কাম কৰিবলৈ শিকোৱা নাই। এই বিসঙ্গতিৰ কাৰণ কি তাকো আমি নাভাবোঁ।

এইবোৰ ওলট-পালট কথা ভাবি ভাবি যাওঁতেই দ্বিতীয়টো তিনিআলি পালোগৈ।

হঠাৎ দেখিলোঁ সিফালৰপৰা আহিছে মৰি-যাওঁ মাৰি-যাওঁ মূৰ্তি ধৰি আমাৰে আন এজন প্ৰতিবেশী অৰ্জুন বৰুৱা। মানুহজন এক নম্বৰী কাজিয়াখোৰ। দিনটোৰ ভিতৰত কাবোবাৰ নহয় কাবোবাৰ লগত এখুন্দা লাগিবই। যদি কাৰো লগত লাগিবলৈ নাপায়, সেইদিনা হয় চাইকেলখনেই কেইটামান থেকেচা খায়, নহয় ঘৰৰ হালধি-মছলাৰে একাকাৰ হৈ থকা নিমাখিত প্ৰাণীটিৰ প্ৰাণলৈ টনাটনি হয়।

"আপোনালোকেই ভাল দিয়ক। আপোনালোকৰে ভাল। আপোনালোক দেৱতাৰ দৰে মানুহ। ল'ৰা পঢ়াইছে। ভাত খাইছে। দ'তো নাই। বামতো নাই। এইবোৰ চৰ চয়তান। চৰ। চয়তানৰ লগত হাত-বাত কৰি থকাই টান হ'ল।"

বুজিলোঁ বীৰপ্ৰবৰ ভদ্ৰলোক আজি ক'ৰবাত ৰণভঙ্গ দি আহিছে। শান্ত সুৰে কি হৈছে সুধিলোঁ।

ধাপত দিয়া জেওৰা এখন লৈ অৰ্জুন বৰুৱাৰ কেইদিনমান আগতে কাজিয়া লাগিছিল চুবুৰিৰে প্ৰিয়বৰ কেওটৰ লগত। কাজিয়া কাছাৰী পালেগৈ। এতিয়া দুয়ো পক্ষৰ ভাগ্য নিৰ্ভৰ কৰিছে মাটিৰ সীমা জুখি দিয়া মানুহৰ ওপৰত। পুৱাই

অর্জুন গৈছিল তেনে কোনোবা এজনক কিবা খুৱাই হাত কৰিবলৈ। নহ'ল। নিজে ঘুৰি ধমক খাই ঘুৰি আহিব লগা হ'ল। প্ৰিয়বৰে আগেয়ে গৈ প্ৰসাদ খুৱাই প্ৰিয়পাত্ৰ হৈ আছে। তাৰ মানে অৰ্জুনৰ এনল মাটি গ'ল।

মোৰ হাঁহি উঠি গ'ল।

একেবাৰে এটা বেলেগ কথাত।

এটা বিশেষ কথাত কেইদিনমান আগতে এজন হাকিমক এজলাচত লগ ধৰিছিলোঁ। হাকিমে মস্ত কিবা আইনৰ কিতাপ এখন চাই আছিল। মূৰ তুলি চোৱাৰ সুযোগলৈ মই আপেক্ষা কৰিছিলোঁ। এনেতে দেখিলোঁ এটা অভিনৱ ঘটনা। মোৰ বাবে অভিনৱ। আচলতে বোধহয় নিত্য-নৈমিত্তিক। হাকিমৰ বাওঁহাতে এচাপ তলত বহি কাগজপত্ৰ চাই চহী মাৰি থকা নাজিৰ নে পেচকাৰজনৰ কাষলৈ তিনিজন মানুহ আহিল। দুজনক চিনি নাপাওঁ। এজন আমাৰ ইয়াৰে। কি কৰে ক'ব নোৱাৰোঁ। দহ বজাত খাই-বই কাছাৰীলৈ যায়। পাঁচ বজাত ঘৰলৈ উভটি আহে। আহোঁতে হাতত বজাৰৰপৰা লাওটো কচুটো লৈ আহে। চিনাকিজনে নাজিৰ নে পেচকাৰক ক'লে, "এই এওঁলোকৰ যে কামটো, এতিয়াই যদি কৰি দিয়ে ·।" নাজিৰ নে পেচকাৰ নিৰ্বিকাৰ। মূৰ তুলি চাবৰ সময় নাই। খচাখচ চহীৰ পাচত চহী চলিছে। চিনাকি ক্ষন্তেক ৰ'ল। কেউপিনে এবাৰ ফটকৰে চকু ফুৰাই ল'লে। হঠাৎ তেওঁৰ হাত এখন মাটিৰ লগত সমান্তৰালভাৱে আগবাঢ়ি গ'ল। নিৰ্বিকাৰ চহীকাৰকৰ কামিজৰ ওপৰ জেপত কেইখিলামান নোট সোমাই পৰিল। জেপটো আছিল হাকিমৰ ফালৰ পৰা ছাঁত। মোৰ ফালৰপৰা পোহৰত। চহী চলি থাকিল। কেইমিনিটমানৰ পাচত এতিয়াহে হুচ পোৱাৰ দৰে চহীকাৰকে মূৰ তুলি চালে। "হু। কি হ'ল তইঁতৰ।"

"এই এওঁলোকৰ···"

"হ'ব। হ'ব। মই সকলো কৰি দিছোঁ। ইয়াত ভীৰ নকৰিবা। যোৱা।" তুমি-তই ছেদভেদ নোহোৱা ব্যৱহাৰত মোৰ মাষ্টৰী মনে হাঁহি উঠিল। এজলাছৰপৰা ওলাই আহোঁতে লগ পাই চিনাকিজনে বেঁকা হাঁহি এটা মাৰি ক'লে, "সোঁ-আঙুলিৰে ঘিঁউ নাহে বুজিছা। ওপৰত ভাগ হ'ব।"

অৰ্জুনে মোক দেৱতা বুলি কৈছে। অৰ্জুনে নাজানে আজিকালি দেৱতায়ো ঘোচ দিয়ে। ঘোচ খোৱাতকৈ দিয়া নিশ্চয় তাণ্ডৱ কৰাপ্‌চন। এটা বিশেষ বস্তু-বিচাৰি ময়ো কিমান ঠাইত পইচা খুৱালোঁ ঠিক নাই। নহ'ল। নহ'লে সেইদিনা মই দেৱতা হৈয়ো চিনাকিজনৰ সেই অন্যায় নিশ্চয় বমতোলাৰ দৰে সহ্য কৰি গুচি নাহিলোঁহেঁতেন। সেই বিশেষ বস্তুটোৰ বাবে আজি নিজে স্কুল ছুটীৰ পাচত

এচ-ডি-অ'ক লগ ধৰিম বুলি ভাবিছো। আজি স্কুল ছুটী হ'ব। মেট্ৰিক পৰীক্ষাৰ্থীৰ বিদায় সভা...

·· বিদায় সভাত বিদায়ী ইউনিয়ন চেক্রেটৰীয়ে বিষোদগাৰ কৰিলে।

"...আমিতো গ'লোৱেই। বিদায়-বেলা আমাক আটায়ে আশীৰ্বাদ কৰক। আমাৰ দায়দোষ মৰিষণ কৰক। কিন্তু যোৱাৰ আগতে দুখাৰ নকৈ গ'লে আমাক পাপে ছুব। আজিৰ স্কুল স্কুল হৈ থকা নাই। ৰেডি-মেড কাপোৰৰ দোকানত পৰিণত হৈছে। কিছুমান তৈয়াৰী প্ৰশ্নোত্তৰ লিখাই, আপোনালোকে জানেই আজিকালি স্কুলতো নোট দিয়া হৈছে—মেট্ৰিকত কোনোমতে ল'বা সৰকি যাব পৰা কৰি দিলেই শিক্ষা দিয়া নহয়। পৃথিৱীৰ ভিতৰত শ্ৰেষ্ঠতম বৃত্তি যিসকলে গ্ৰহণ কৰিলে তেওঁলোকে ফাঁকি দিলে মুশুৱায়। তেখেত সকলৈ আমাৰ অনুৰোধ তেখেতসকলে যেন কিছুমান ৰেকৰ্ড আৰু কেলকুলেটিং মেচিন তৈয়াৰ নকৰি এটা জাতিৰ নাগৰিকক উপযুক্ত মানুহ কৰি গঢ়ি তোলাৰ যত্ন কৰে। আমি যতীন দুৱৰাৰ 'পথিলা' কবিতা পঢ়োঁ। এজন শিক্ষকেও যদি এদিনো আমাক 'বনফুল'নো কি, থায়নে কাণত পিন্ধে নকয় তেন্তে আমিনো কি শিক্ষা পাওঁ আপোনালোকেই কওক।..." ইত্যাদি ইত্যাদি।

বাহিৰে বাহিৰে আহি এচ-ডি-অ'ৰ চেম্বাৰত সোমাই কিন্তু অবাক কাণ্ডৰ সম্মুখীন হ'ব লগা হ'ল।

আমি সাধাৰণ মানুহ। কোনোবা অফিচলৈ গ'লে কেৰাণীসকলেও আঙুলি টোৱাই 'ইয়াত নহয় সৌ ফালে' বুলি কয়। আধা ঘণ্টা টেবুলৰ কাষত থিয় কৰাই ৰাখি 'কি দৰ্কাৰ' সোধে। ইন্সিওৰেন্সৰ প্ৰিমিয়াম দিবলৈ গ'লেও কেৰাণীয়ে দহ বজাত টকা জমা লৈ দুই বজাত আহি ৰচিদ লৈ যাবলৈ কয়। তেতিয়াও নহ'লে পাচদিনা আহিবলৈ নিৰ্দেশ দিয়ে। ফলত এবাৰ ইন্সিওৰেন্স অফিচৰ কাম শেষ হওঁতে পাঁচবাৰ লাইফৰ চিকিওৰিটি থৰক বৰক হয়। মাষ্টৰী কাৰবাৰ। কাৰ্য্যবশতঃ ইন্সপেক্টৰৰ অফিচলৈ যাব লগা হ'লেও বাচৰ ভাড়া তিনি দুগুণ ছটকা খৰচ নকৰিলে চহী এটা পোৱা নাযায়। চহীটো দিওঁতে অৱশ্যে চহী দিওঁতাই দৰ্খাস্তত হাতীয়েই আছে নে পৰুৱাই আছে পঢ়ি সাধাৰণতে নাচায়। এনেকৈয়ে আমাৰ জীৱন চলে। আমি সাধাৰণ মানুহ নোহোৱা হ'লে হয়তো ভাবিবই পাৰিলোহেঁতেন কেৰাণীৰ ফাইলেৰে চলা কুৰি শতিকা নামৰ এই কালছোৱাৰ "এলাহ" আৰু "অভদ্ৰামি" আৰু "লোভেই" একমাত্ৰ "লক্ষণ, বৈশিষ্ট্য আৰু বেমাৰ"।

কিন্তু আজিচোন অবাক কাণ্ড।

হাইঠা মাটিত পৰিল।

এচ-ডি-অ' নৱজীৱন বৰুৱা পোৱালী মানুহ। নতুনকৈ আহিছে। মোক দেখিয়ে দেখোন ঘপ্‌ কৰে থিয় হ'ল।

"আহক। আহক। বহক।"

গাত চিকুটি চাম নেকি এবাৰ ভাবিছিলোঁ। তাৰ সলনি নিজৰ গাটোকে এবাৰ চালোঁ। ঠিকেই আছে। যথাৰীতি ময়লা চুৰিয়া। ফাট ধৰা চোলা। পেটু ওলোৱা পাম্পচু। তেন্তে?

"মোক চিনি পোৱা নাই, চাৰ? মই নৱ।"

"নৱ। নৱ। মানে..." মই সঁচাসঁচিকৈয়ে এচ-ডি-অ' বহাৰ আগতেই চকী এখনত বহি পৰিলোঁ।

"মানে, মই চাৰ আপনালোকৰ স্কুলন ক্লাছ থ্ৰীত এবছৰ পঢ়িছিলোঁ। দেউতাই তেতিয়া ইয়াতে কাম কৰিছিল। ভালে আছে চাৰ?"

কোন কেতিয়া দেখা হাজাৰখন কোমল মুখৰ এখন মুখ। মনত থকা অসম্ভৱ। মনত পৰা অসম্ভৱ।

"ভাল, ভাল। বৰ সুখী হ'লো তোমাক দেখি। ঈশ্বৰে কল্যাণ কৰক।"

তাৰ পাচত বহুত পৰৰ যুৰত বহুত অপ্ৰাসংগিক কথা পতাৰ পাচত চাহো খোৱাৰ পাচত এচ-ডি-অ'ৰ চেম্বাৰৰপৰা ওলাই আহিছিলোঁ নৱক আকৌ আশীৰ্বাদ কৰি। কিন্তু কিয় জানো যিটো কথাৰ কাৰণেই মই এচ-ডি-অ'ৰ ওচৰলৈ গৈছিলোঁ শেষ পৰ্য্যন্ত সেই কথাটোৱেই নোকোৱাকৈ মই গুচি আহিছিলোঁ।

# অন্ধকাৰৰ স্বৰ্গ

—এই, ৰাখিবিছোন।

মঞ্জুলা দেৱী ছোৱালী হাইস্কুলখন ভেঙিআও ছুটি হোৱা নাই।

মঞ্জুলা দেৱী ছোৱালী হাইস্কুলখন পাৰ হৈয়ে বিক্সাখন বৈ গ'ল। বিক্সাৱালাটোৱে পেডেলবপৰা ননমাকৈয়ে পেডেল দুপাত ওলোটা পিনে পকাই নিম্ন-স্বৰত গুণ-গুণালে 'তুমচা নেহি দেখা।' হঠাৎ দূৰত কোনোবা এগৰাকী বাইদেউৰ কৰ্কশ চিঞৰ শুনা গ'ল—'কি কলি? চুলতানা বেজিয়া কোন আছিল?' তাৰ পিচত সেই ফালৰপৰা আৰু একো মাত শুনা নহ'ল। ঢং কৰি মাত্র এটা ঘণ্টাধ্বনি বাজি উঠিল। বিক্সাৱালাটোৱে গুণ গুণায়ে থাকিল।

হাতত ৰক্তবৰ্ণ ভেনিটি বেগটো লৈ বিক্সাৰপৰা ব্ৰতা ফুকন নামি পৰিল। নামি প্ৰথমতে ভাগলপুৰী শাৰীৰ নিম্নদেশৰ হিচাপ কৰা ভাঁজ কেটা ঠিক কৰি ল'লে। শাৰীৰ আঁচলটো কান্ধত গ্ৰীৱা-সংলগ্ন হৈ পুৰণিবিচাৰত বোধ হয় সঠিক ঠাইতে স্থিত হৈ আছিল। কিন্তু ব্ৰতা ফুকনে যত্ন সহকাৰে সোঁহাতেৰে বাওঁ বাউসীৰ পিনে কিঞ্চিত নমাই দি এই-থহি-পৰো এই থহি-পৰো অৱস্থালৈ নি আধুনিক কৰি ল'লে। শাৰীৰ আচলটোৰ এই নতুন অৱস্থানৰ ফলত পিঠি ফালে ইংৰাজী 'ভি' আখৰটোৰ দৰে পিঠিৰ হাড় দুচটাৰ তললৈকে দ কৈ কটা ব্লাউজৰ তলত এচমকা শুভ্ৰ ক্ৰীম ঘঁহা পিঠি জিলিকি উঠিল। আনমনা ভাৱে তাত এটুকুৰা সোণৰ শিকলিয়ে দাগ বহুৱালৈ যত্ন কৰি আছে যেন। কথাছবি তাৰকাৰ আৰ্হিত তুলি বন্ধা খোপাৰ জহত জবা ফুলৰ বগা কোঁহবদৰে গ্ৰীৱাদেশ উন্মুক্ত। মাত্র কেইডালমান চুটি চুটি সোণবৰণীয়া চুলিয়ে তাত আপোন মনে পৰি থাকি জেউতি চৰাইছে।

ইমানপৰে ব্ৰতা ফুকনে বিক্সাৱালাটোৰ পিনে পিঠি দিয়ে আছিল। শাৰীৰ আঁচলত হাত দি পিঠিৰ 'ভি' টো ব্ৰতা ফুকনে উলিয়াই দিয়াৰ লগে লগে বিক্সাৱালাৰ 'তুমচা নেহি দেখা' গান 'তুমচা নেহি'তে বন্ধ হৈ গ'ল। 'দেখা' ক'ব সি আৰু নোৱাৰিলে। বেঙা-বেঙা চাৱনীৰে সি চকুহাল ক্ৰমে ব্ৰতা ফুকনৰ ডিঙিৰপৰা তললৈ একেবাৰে গোৰোহালৈ নমাই দিলে। হিন্দী ছবি চাই থকা হ'লে ঠিক কোনখিনিতে ছইছেল বজাই দিলেহেঁতেন সি ভৰা নাছিল যদিও বাৰে বাৰে তাৰ আগদিনা মাত্র চোৱা ছবিখনৰ কথা মনত পৰি গৈছিল।

ব্ৰতা ফুকন এইবাৰ তাৰ পিনে ঘূৰিল।

"কেই অনা দিম তোক ?"

বেট মতেই সি বাৰ অনা পায়। তথাপি যেন তাৰ কিবোৰ খেলিমেলি লাগি গৈছে।

"আঠ অনা দিয়ক।"

"ধু-উ-ত! এইকণ মাত্ৰ বাট। ল'।"

দয়া কৰি ওপৰৰপৰা তললৈ ভীক্ষা পেলাই দিয়াৰ দৰে ব্ৰতা ফুকনে বিক্সাৱালাটোৰ আগবঢ়াই দিয়া হাতত ছয় অনা পইচা পেলাই দিলে। কিন্তু হাতখন আনোতে কৌশলেৰে তাৰ আঙুলিত অকণমানকৈ স্পৰ্শ কৰি আহিল।

বিক্সা ৱালাটোৱে কেইঅনা ভাড়া খুজিছিল পাহৰি গ'ল। পৰশ-উন্মত্ত আঙুলিটো তাৰ নিজৰ নহয় নহয় লাগিল। সি দেখিলে তাৰ চকুলৈ চাই ব্ৰতা ফুকনে ছবিৰদৰে হাঁহিছে। মানুহৰ ওঁঠ ইমান ৰঙাও হ'ব পাৰে। আৰু হাঁহোতে ওঁঠৰ ভাঁজত সেয়া বাৰু কি প্ৰকট হৈ উঠে যে দেখিলে লগে লগে মনটোৱেও ভাঁজ লৈ যাব খোজে। ইমান পাতল ওঁঠ। অথচ ইমান পুৰঠ। ইমান আঁকি দিয়াৰ দৰে।

ব্ৰতা ফুকনে আনমনাভাৱে কিউটেক্স-ৰঙা নখেৰে লাহে লাহে ডিঙিৰ অলপ নামনিত বুকুৰ ওপৰত ব্লাউজৰ ওপৰতে এবাৰ খজুৱালে। শাৰীৰ আঁচলটো আৰু অলপ খহি পৰিল। পইচা কেইঅনা জেপত ভৰাই চুৰকৈ চোৱাৰদৰে বিক্সাৱালাটোৱে ফুকনৰ বুকুত এবাৰ চকিত দৃষ্টি নিক্ষেপ কৰিলে। সু-পিচ্ছিল বুকুত সেই দৃষ্টিয়ে খোপনি পুতিব নোৱাৰি তৎক্ষণাত তললৈ নামি গ'ল।

বিক্সাৱালাটো গুচি গ'ল—গাই গাই—'জিন্দেগী ভৰ নেহি ভুলেঙ্গে… …'

হিচাব কৰা খোজেৰে আয়ত্ত কৰা দেহ ভঙ্গিমাৰে ব্ৰতা ফুকন আগবাঢ়ি গ'ল।

তিনি কোঠালীয়া এটা সৰু ঘৰ। ওপৰে তলে পকা। স্থাপত্যৰ পিনৰপৰা ঘৰটো গৰীব। কাৰো সযত্ন হাতৰ পৰশ পোৱাৰ চিন ক'তো নাই। আগফালে জুজোপামান গোলাপ ফুলৰ গছ আছে। অন্য ফুলো আছে। কিন্তু অযত্ন-পালিত। বাটৰ বলীয়াৰদৰে চেহেৰা ফুলবোৰৰ। বেচিজিলভাৱে অ'ত ত'ত ফুলা ফুলবোৰেও বলীয়াই নাকে কাণে পিন্ধা ফুলৰ দৰে উদভ্ৰান্ত পথ লৈছে।

বাৰান্দাত থিয় দি ব্ৰতা ফুকনে পৰ্দাৰ ফাঁকেৰে দেখিলে মেজত এটা দামী ফুলদানী। তাৰ চাৰিওফালে টেবুলক্লথত অসংখ্য মৰহা ফুলৰ পাহী। দহদিনমান হয়তো ফুলবোৰ সলাই দিয়া হোৱা নাই। পৰ্দাখনো বেছি দামী। ফৌজদাৰী আদালতৰ হাকিমৰ ঘৰত এনে পৰ্দা নেথাকিলে আৰু ক'ত থকিব। ৰিলিফ কমিটিৰ এখন সভাতে ব্ৰতা ফুকনে প্ৰথম সন্দীপ চৌধুৰীক লগ পাইছিল। এনেয়ে এটা

নিকষেশ হাঁহি ব্ৰতাৰ মুখৰ ওপৰেদি বাগৰি গ'ল। ব্ৰতা ফুকনে লাহে লাহে চুৰাৰত টুকুৰিয়াই দিলে আৰু তৎক্ষণাত অলপ আঁতৰি আহি বাৰান্দাৰ কাষত চিলিঙত বগাই উঠিবলৈ যত্ন কৰি কৰি ভাগৰি বাগৰি পৰা মাধৱী লতা এডাললৈ চাই ৰ'ল। মৃদু মৃদু বতাহত ব্ৰতা ফুকনৰ কপালৰ সযত্ন-বিলম্বিত কুণ্ডল কেইডাল মৃদু মৃদুভাৱে কঁপি থাকিল। অদূৰত কঁপি থাকিল এডাল মাধৱী লতা।

পৰ্দাখন আঁতৰাই সন্দীপ চৌধুৰী ওলাই আহিল।

—আৰে! কি ভাগ্য মোৰ। ফুকন দেখোন। আহক আহক!

উৎসাহত সন্দীপক এটা বাৰ বছৰীয়া কিশোৰ যেন লাগিল। ব্ৰতা ফুকনে হাঁহিলে।

—নাই নাই। মই নবহো। আপোনাক আমাৰ ঘৰলৈ লৈ যাবলৈ বুলি আহিলো। আজি জানে, ভয়ানক ঘুৰাঘুৰি হ'ল। ভাগৰ লাগি গৈছে একেবাৰে। পদুম-পুখুৰীত থকা মোৰ ভনী এজনীৰ ঘৰলৈ গৈছিলোঁ। তাৰপৰা আহি 'অৰুণোদয়'ত মোৰ পুৰণি বান্ধৱী এজনীক দেখা কৰিলোঁ। তাৰ পিচত ডি-পি-অ' অগ্নিহোত্ৰীৰ লগত আড্ডা দি আহি ভাবিলোঁ বোলো আজি যেনে তেনে আপোনাক লৈ যামেই। আপুনিতো এদিনো আমাৰ ঘৰলৈ নগ'ল। মই ঠিকেই অনুমান কৰিছো নহয়—এই আঢ়ৈ বজালৈ আপুনি ক'টত নেথাকে।

—আজি চাৰে-বাবুতে আহিলো। সৰু কেচ এটা আছিল। আৰু যাবলৈকেনো আপুনি মোক এদিনো নিমন্ত্ৰণ কৰিলে ক'ত? ঘপহ্কৈ গ'লে আকৌ যদি……

দুয়ো আহি ড্ৰয়িং ৰুমত বহিলহি।

অপাঙ্গ দৃষ্টিৰে এবাৰ সন্দীপলৈ চাই ব্ৰতা ফুকনে খিড়িকীৰ নাচি থকা পৰ্দাখনলৈ চাই চাই ক'লে—মানুহৰ ঘৰলৈ মানুহ মাতিলেহে যাব লাগে নেকি? আৰু নিমন্ত্ৰণ মুখেৰে কৰিলেহে কৰা হয় নেকি? মোৰ ঘৰলৈতো আপোনাৰ অবাৰিত দ্বাৰ।

প্ৰত্যেকটো শব্দ গিলি অৰ্থ হৃদয়ঙ্গম কৰিবলৈ চেষ্টা কৰি এক মুহূৰ্ত্ত নীৰৱে বহি থাকিল সন্দীপ চৌধুৰী। থাকিবলৈ বাধ্য হ'ল।

এইখন নগৰলৈ অহাৰপৰা ব্ৰতা ফুকনৰ বিষয়ে ভাল বেয়া ইমানবোৰ কথা সন্দীপে শুনিলে যে কৌতুহলী নহৈ থাকিব পৰা নাই। চিনাকি হোৱাৰপৰা বুজি উঠিছে মানুহগৰাকীৰ কথা আৰু চৰিত্ৰ দুয়োটাই ৰহস্যময়।

সন্দীপে দেখিলে বহোঁতে ব্ৰতা ফুকনে বাওঁ ভৰিৰ ওপৰত সোঁভৰিখন তুলি বহি চেওেলযোৰ এটা সৰাক-ভঙ্গীত নচুৱাই আছে। শাৰীৰ আঁচলটো কান্ধৰপৰা খহি পৰিছে। এটাও আঙঠি নিপিন্ধা সুপুষ্ট বগা আঙুলিবোৰ থাজে থাজে খুৱাই আঁঠু এটা ধৰি আছে। যৌৱনদীপ্ত কামনাৰ এপাহ ফুলৰ দৰে বঙা ভেনিটি বেগটো ব্ৰতা ফুকনৰ কোলাত এমুঠি উৎকণ্ঠাৰ দৰে নীৰৱে বৈ আছে।

কোনে কব পাৰে এইজনী মানুহৰ বয়স একুৰি পোন্ধৰ বছৰবো অধিক। এইজনী এজনী সুখ্যাত ধনী ব্যৱসায়ীৰ বিধবা। এইজনী মানুহৰ কলেজত পঢ়া ল'ৰা আছে।

কোনো কাৰণ নোহোৱাকৈ সন্দীপে ব্ৰতা ফুকনৰ সীমন্তলৈ চালে। সীমন্তসৰণী উকা। কপালত ডালচেৰেক অবাধ্য অলকে বয়সক প্ৰত্যাহ্বান জনাইছে নাচি নাচি। চিৰ-সেউজীয়া শব্দটোৰ অৰ্থই বোধহয় ব্ৰতা ফুকন। সন্দীপৰ অলপ সাহিত্যিক অলপ দুষ্ট মনটো 'চাৰ্ব্বাকী' হৈ উঠিল। "ডেভিল মে' কেয়াৰ। লাইফ ইজ নট্‌ ক্ৰিকেট!"

—ওলাওক। কাপোৰ পিন্ধক। ঘৰত আৰু কোনো নাই নেকি?

ব্ৰতা ফুকনৰ প্ৰশ্নটো সন্দীপৰ আকৌ দুৰ্ব্বোধ্য যেন লাগিল।

—মইতো অকলেই থাকো। আপুনি দেখোন জানেই। বনকৰা ল'ৰা এটা আছে। সিও কিবা এটা আনিবলৈ গ'ল বজাৰলৈ।

কথাখিনি সভ্যভাৱে ক'লে যদিও ভিতৰি-ভিতৰি মনটো অসভ্য হৈ উঠিব খোজাত সন্দীপৰ কিয় লাজ লাগি গ'ল সন্দীপে নিজেই ধৰিব নোৱাৰিলে। লাজ লগাৰ কথাও নহয় সন্দীপৰ। তাতে ব্ৰতা ফুকনেই যদি অদ্ভুত খেলাত আগভাগ লয়।

সন্দীপ চৌধুৰীৰ বয়স একুৰি পাঁচ বছৰ মাত্ৰ হ'ব পাৰে। কিন্তু জীৱনৰ অভিজ্ঞতাৰ ঘৰৰ সঞ্চয় সন্দীপৰটো একেবাৰে শূন্য বুলি কোৱাৰ উপায় নাই। সন্দীপৰ স্বাস্থ্য ভাল। চেহেৰা ভাল। ভাল চাকৰি কৰে। হাকিম। প্ৰচুৰ বাহিৰা টকা পায়। হাকিমৰ চাকৰি ভাল যথেষ্ট মান থকা বাবেতো নহয়, যথেষ্ট টকা থকা বাবে। গতিকে নাৰীৰপৰা লাজ লগাৰ অৱকাশ সন্দীপৰ নাই। তাতোকৈয়ো ডাঙৰ কথা সন্দীপ সাহিত্যিক, মানে মাজে মাজে কাকতে-পত্ৰে দুই-চাৰিটা মন-কেনেকুৱা-কৰি-দিব পৰা গল্প লেখে। আৰু বৰকৈ ধৰিলে গান গায়। আগেয়ে অৱশ্যে অলপকৈ ধৰিলেই গাইছিল। হাকিম হোৱাৰ পৰা সাৱধান হ'ল। গতিকে পৰ্ব্বতৰ ওচৰলৈ মহম্মদ যাব নেলাগে। পৰ্ব্বতেই মহম্মদৰ ওচৰলৈ আহে। সন্দীপদা কৈ পমি যাবৰ চেষ্টা অনেকৰ। আৰু তাতোকৈয়ো ডাঙৰ কথা সময়ৰ শৰ প্ৰয়োগ কৰি জীৱনক ভৰাই তোলাৰ ক্ষেত্ৰত গাফিলতি মুঠেই নাই সন্দীপৰ। কাৰণ সন্দীপৰ জন্মদাতা পিতৃ আৰু জন্মদাতৃ মাতৃ (যদিও দুয়োয়েই এতিয়া নাই) কাৰো প্ৰতি অকমাণো শ্ৰদ্ধা নাই। কথা শুনিবলৈ শিকাৰ পৰাই সন্দীপে শুনিছিল মাক আৰু বাপেক দুয়োৰেই চৰিত্ৰ সন্দেহমুক্ত নিৰ্ম্মল নহয় বুলি। কথাৰ অৰ্থ বুজিবলৈ শিকাৰপৰাই সি লুকাই-চুৰকৈ যত্ন কৰিছিল মাক-বাপেকৰ গতি-বিধি নিৰীক্ষণ কৰিবলৈ। আৰু দেখা কথাৰ অৰ্থ বুজাৰ লগে লগে বুজি উঠিছিল মাক-বাপেকৰ বিয়াখন লাইচেন্স এখন মাত্ৰ আছিল। ফলত যৌৱন পোৱাৰ আগতেই সন্দীপে যৌনতত্বৰ অনেক খুতি-নাটি শিকি পেলাইছিল যৌৱনক সাংসাৰিক

জীৱনৰ পাখেৰ ৰূপে তাৰ মাক-বাপেকে লোৱা নাছিল। সন্দীপেও নলৰলৈকে ঠিক কৰি নিজে—অকালতে হ'লেও—যৌৱন পোৱাৰ লগে লগে কৃত্ৰিম-অকৃত্ৰিম সকলো প্ৰকাৰে যৌৱনৰ যৌন-তৃষ্ণা পূৰণ কৰি লোৱাৰ চেষ্টাত কোনো কাৰ্পণ্য কৰা নাছিল। সেইবাবে পঞ্চশৰৰ কোনোপাত শৰেই সহজে সন্দীপৰ বুকু ভেদ নকৰে। একুৰি পাঁচ বছৰীয়া সন্দীপৰ দেহৰ তাগিদাই আছে; মনৰ নাই। সন্দীপৰো গল্পতো দেহেই আছে; মন নাই। মন নথকা পাঠকে সেই গল্প ভাল পাবই।

কিন্তু সন্দীপৰ কথাত ব্ৰতা ফুকনে আকৌ এবাৰ যেতিয়া সন্দীপলৈ চালে সেই সন্দীপৰো বুকুখন এবাৰ চপ্ চপ্ কৰি গ'ল ব্ৰতা ফুকনৰ সেই অদ্ভুত অপাঙ্গ দৃষ্টিত। এই চাৱনীতো হৰিণীৰ নহয়। ৰূপাজীৱা অজন্ত প্ৰেমিকা উৰ্বশীৰ জাতৰো নহয়। এই চাৱনীৰ নাম নাই। অটল সন্দীপৰ মনো উতলি উঠিল।

—অ'—ইচ! মইযে কি! তুমি অকলে থাকা বুলি জানো বাবেইতো আহিছো। ঘৰবোৰত একজাক মানুহ থাকিলে মোৰ অকণো ভাল নেলাগে। ফ্ৰি হ'ব নোৱাৰি।

ব্ৰতা ফুকনৰ কথাবোৰ সন্দীপে আকৌ বুজিবলৈ টান পালে। মাত্ৰ বুজিলে ব্ৰতা ফুকনে হঠাৎ 'আপুনি'ৰ পৰা তুমিলৈ নামি গৈছে অকণো আত্ম-সচেতনতা প্ৰকাশ নকৰাকৈ।

সন্দীপৰো এইবাৰ কথাত অলপ ৰং সানি অন্ততঃ কথাবোৰকে অলপ ধেমালি-সৰস কৰি তুলিবৰ মন গ'ল। কিন্তু ধেমালি কৰো বুলি কবলৈ গৈয়ো সন্দীপে অনুভৱ কৰিলে কথাবোৰ যেন তেওঁৰ একেবাৰে অন্তৰৰ তলিৰ পৰাহে ওলাই আহিছে। সন্দীপক সন্দীপৰ মনটোৱে কেতিয়াও ইমান বেয়াকৈ প্ৰতাৰণা কৰা নাছিল।

—বহকচোন বাৰু অলপমান। ইমান লৰালৰি কিয়? আপুনি বহিলে ভাল লাগে। কথা পাতিলে ভাল লাগে। সঁচা কথা ক'বলৈ কি—আপুনি মোক অবাক কৰিছে। আই হে'ভ্ নেভাৰ মেট দি লাইক। ইমান চফিষ্টিকেটেড্।

ইউ আৰ এ মাডাৰ এণ্ড এ ডাৰ্লিং এট্ দি চেম ব্ৰেথ'—বুলি ক'ব খুজিও নকৈ সন্দীপ বৈ গ'ল। সন্দীপে দেখিলে ব্ৰতা ফুকনৰ মুখখন যেন ব্ৰীড়াৰ ভৰত অৱনত হৈ পৰিছে। চকুৰপৰা থুতঁৰিৰ আগলৈকে এটা মিঠা স্নিগ্ধ হাঁহি বিয়পি গৈছে। অথচ আচৰিত। মানুহ গৰাকী ধনিষ্ঠামানো বঙা পৰি উঠা নাই। তাৰ মানে কোনে জানে এই ব্ৰীড়া এয়া কৃত্ৰিমতাৰ অভিনয় নে অভিজ্ঞতাৰ সঁহাৰিহীনতা। তথাপি সন্দীপৰ ভাল লাগিল। এয়া ব্যতিক্ৰম। ব্ৰতা ফুকনৰ বয়স যিমানেই নহওক এটা অত্যন্ত গুৰুত্বৰ ক্ষেত্ৰত ব্ৰতা সেইজীয়া হৈয়ে থাকি গৈছে। সকলোবেপৰা ব্ৰতা বেলেগ। ক্ৰাঁচোৱা চাগাৰ 'আইমেজ ভচ ব্ৰামচ'লৈ মনত পৰি গ'ল সন্দীপৰ। নিজকে

নিজে সন্দীপে অনুচ্চাৰিত স্বৰে ক'লে—আই মাষ্ট হেভ হাৰ! ইয়েচ্, আই কেনট বাট হেভ্ হাৰ।

কিন্তু চঞ্চল হৈ উঠি প্ৰতাৰণা কৰি দিব খোজা নিজৰ চকুহালক অভিব্যক্তি—লেশহীন সাধাৰণ কৰিবলৈ প্ৰাণান্ত চেষ্টা কৰি সন্দীপে কৈ উঠিল,—বাৰু, মই কাপোৰ পিন্ধো মানে আপুনিযে ইয়াত অকলে বহি থাকিব লাগিব।

কথাষাৰ নিজৰ কাণতে সন্দীপৰ বেসুৰা যেন লাগিল। তথাপি তেওঁ নকৈ নোৱাৰিলে। অভিজ্ঞতাই সন্দীপক শিকাইচে, যেতিয়া তুমি যি কোনো ব্যক্তিক জয় কৰিব খুজিছা তেতিয়া যেনেতেনে সেই ব্যক্তিক উত্তেজিত কৰি তোলা। নাই, তুমি নিজে অকণমানো উত্তেজিত হলে নচলিব। বেয়াভাৱে হাৰি যাবা।

—কেলৈ! ব'লা ময়ো ভিতৰলৈকে যাম। নহলে লৈ অনা কাপোৰ ইয়ালৈকে। লাজ লাগিব নেকি আকউ?

সন্দীপৰ লাজ লগা নাছিল।

সন্দীপে নিজৰ শোৱা কোঠাতে কাপোৰ কানি সলাইছিল।

আৰু সেইখিনি সময় ব্ৰতা ফুকনে সম্পূৰ্ণ বেলেগ এটা কামৰ লগৰ কামত, নিজকে ব্যস্ত কৰি তুলিছিল। সন্দীপৰ শোৱা কোঠাটোৰ চেহেৰা দেখি ব্ৰতা ফুকনে এইবাৰ অকণো হিচাপ নকৰাকৈ স্বপ্ৰণোদিত হৈয়ে কৈ পেলাইছিল—ইচ্, বিয়া খননো পাতি নেপেলোৱা কেলৈ। কেনেকৈ যে থাকা।

আৰু সন্দীপে টাইভালৰ নটটো ঠিক কৰি কৰি ভাবিছিল ব্ৰতা ফুকনে 'কেনেকৈযে থাকা' বুলি যে ক'লে 'এনেকৈ মানুহ থাকেনে' বুলি নকলে কিয় বাৰু।

কাপোৰ পিন্ধা শেষ কৰি সন্দীপে দেখিলে তেওঁৰ কোঠাটোৱেও যেন সাজি পাৰি উঠি কাৰোবালৈ বাট চাইহে আছে। এখন বজাৰৰ বস্তু এইটো কোঠাতো এনেকৈ সজাই ইমান কম কৰি পেলাব পাৰি বুলিতো তেওঁৰ ধাৰণাই নাছিল। আৰু কিতাপবোৰ জাপি দিলেযে ইমান ভদ্ৰ হৈ যায়, ভাবিবই নোৱাৰি!

মৰাত্মক মৰম লাগি গৈছিল সন্দীপৰ ব্ৰতা ফুকনলৈ। ব্ৰতা অনন্যা।

ব্ৰতা ফুকনে সাজপাৰ থাই উঠা সন্দীপলৈ চালে।

—জানিচোৱেই নহয়। সাহিত্যিকৰ কাপোৰ পিন্ধা। টাই বান্ধিছে চোৱা। এইটো কানাভিয়ান নট হ'লনে গৰ্জিয়ান নট হ'ল। পাচফালে কলাৰটো দেখোন টাইৰ তলতে পোত গৈ থাকিল।

আৰু সন্দীপে অলপ সময়ৰ কাৰণে পাহৰি গ'লে তেওঁৰ এজোৰ চকু নামৰ অঙ্গ আছে। সেই চকুৰে তেওঁ দেখে। চকুৰ আগত হঠাৎ বহুত কিংশুক ফুলি উঠিছিল। ৰঙে ৰঙে ঢাক খোৱা দৃষ্টি আৰু চেতনাৰে সন্দীপে মাথোন অনুভৱ কৰিছিল। কিল

কিন্ত কৰে আকুল সাপৰ দৰে দুখন হাতৰ পৰশ দুকাণৰ পৰা ক্ৰমে তেওঁৰ ডিঙিৰ মুদাঁতিয়েদি বগৰাই ক্ৰমে ওপৰলৈ উঠি গৈছে। ডিঙিৰ পশ্চাৎ দেশ অপ্ৰতিৰোধ্যভাৱে সুৰসুৰাই উঠিছে।

আৰু সন্দীপে কি কৰিছে গম পোৱাৰ আগতেই তেওঁৰ হাত দুখনো চঞ্চল হৈ উঠিছিল।……

……মটৰত উঠি সন্দীপে যেতিয়া গাড়ী ষ্টাৰ্ট কৰে তেতিয়া……তেতিয়া যথেষ্ট পলম হৈ গৈছিল।

গাড়ীত বহি সন্দীপৰ পিঠিত এখন হাত আলফুলভাৱে থৈ ব্ৰতা ফুকনে কৈছিল তুমি যোৱা দেওবাৰে ৰেডিঅ'ত পঢ়া 'মাটিৰ পৃথিৱী' গল্পটো সাংঘাতিক ধুনীয়া হৈছিল ভাই। আমি গোটেই ঘৰে শুনিলো। সঁচাকৈ কৈছো তোমাবপৰা আমাৰ সাহিত্যই বহুত আশা কৰে।

সন্দীপে ভাবিছিল গল্পটোৰ নাম 'মাটিৰ পৃথিৱী' নিদি 'মৰমৰ ফুল' দিয়া হলে বোধহয় বেছি ভাল হ'লহেঁতেন। নামনো কি আকৰ্ষণটোহে আচল কথা।

সন্দীপে ভাবিছিল ব্ৰতা ফুকন হঠাৎ আড়ষ্ট হৈ পৰিছে কিয়। আৰু অলপ, অলপ যদি চাপি বহিলহেঁতেন গাড়ী চলাই আৰু ভাল লাগিলহেঁতেন। হঠাৎ এটা কেকুঁৰি পাই বেগ নকমায়ে সন্দীপে জোৰেৰে ষ্টিয়েৰিং ঘুৰাই দিলে। আকৌ পোন বাটত উঠি সন্দীপে গম পালে সঁচাকৈয়ে ব্ৰতা ফুকন তাৰ একেবাৰে ওচৰত বহি আছে। একেবাৰে ওচৰত।

সন্দীপৰ গাড়ী আহি ব্ৰতা ফুকনৰ চৌহদত সোমাল।

প্ৰকাণ্ড ঘৰ।

হাউলী সদৃশ।

অকলে প্ৰথমবাৰ আহিবৰ হ'লে সন্দীপৰো ভয় ভয় লাগিলহেঁতেন।

পোৰ্টিকত সোমাই সন্দীপে দেখিলে এখন চোফাত আৰু এজনী ব্ৰতা ফুকন বহি আছে। কেৱল ষোড়শী। আৰু কোমল। ছন্দিল লাহী। আৰু বেছি মিঠা। কিন্তু ব্ৰতা ফুকনেই। কথাছবি আলোচনী চাই বহি আছে।

—ছন্দিতা।

—মা।

ছন্দিতা আয়াস-আয়ত্ত ভঙ্গিমাৰে থিয় হ'ল।

সন্দীপৰ ধাৰণা হ'ল এইমাত্ৰ যেন কোনো এক আৰ্ট মিউজিয়ামৰ কোনো এক 'অতলান্তা'ৰ অনবদ্য মূৰ্ত্তি প্ৰাণ পাই থিয় দিলে সন্দীপৰ সম্ভাষণত।

—ল', এয়া তোৰ সন্দীপ দা। আনি দিলো। এতিয়া কি কৰ কৰ। সন্দীপ,

এইজনী মোৰ ছোৱালী। পি-ইউত পঢ়ে। ছন্দিতা। তোমাৰ গল্প-পাগলী। তোমাক এবাৰ দেখিবলৈকে৷ পাগলী। সঁচা কথা কবলৈ কি, নেদেখাকৈয়ে তাই তোমাৰ প্ৰেমতে পৰি আছে। তাই তোমাৰ গান শুনা নাই। শুনাব লাগিব কিন্তু।

—মা, এইয়া সন্দীপদা!

—ওঁতো। বুজিছা সন্দীপ, তাই ছাগে ভাবিছিল তুমি কোনোবা কলেজীয়া ল'ৰা। ইমান ল'ৰাৰ দৰে তুমি। এও চ' চুইট। মোৰ কন্দৰ্পই তোমাতকৈ শকত-ডাঙৰ।

—দেখাতহে সৰু কিন্তু মই। কামত নহয় দেই।

তিনিও হাঁহি উঠিছিল। বেলেগ বেলেগ অৰ্থত।

ছন্দিতাই তাৰ পিচত কথা কবলৈ আৰম্ভ কৰি দিছিল।

অনেক যুগৰ অনেক কথা তাইৰ যেন সন্দীপক কবলৈ সঞ্চিত হৈ আছে। আৰু সন্দীপো আহিছে চিৰ-চিনাকি ছন্দিতাক কথা কবলৈ। মাথোন ছন্দিতাক।

কেনেকৈ হঠাৎ ব্ৰতা ফুকন বিদুৰিত হৈ পৰিছিল সন্দীপে ধৰিবই নোৱাৰিলে।

প্ৰায় আধাঘণ্টা মানৰ পিচত একেবাৰে ভিতৰ কোঠালৈ সন্দীপক চাহ খাবলৈ মাতি নিয়া হৈছিল।

আৰু তাৰ পিচত ছন্দিতাৰ কোঠাত সন্দীপে পিয়ানো বজাই ছন্দিতাক গান শুনাইছিল। "মোৰ আকাশৰ তৰাবোৰ থহি তুমি উজ্বলিলা জোন ···"

সময়বোৰ হঠাৎ দুৱাৰ-খিড়িকীৰ বাহিৰত স্তব্ধ হৈ বৈ গৈছিল।

ছন্দিতাই ভাবিছিল এই মুহূৰ্ত্ততে যদি তাই মৰি থাকিব পাৰে তেনেহ'লে দেখোন জীৱনটোৱেই সাৰ্থক হৈ যায়।

সন্দীপে ভাবিছিল অলপ আগতে নিজৰ শোৱা কোঠাত জীৱনৰ আটাইতকৈ ডাঙৰ ভুলটো তেওঁ বাৰু কৰি আহিল নেকি?

আৰু ইতিমধ্যে সন্দীপ-ছন্দিতাই ক'ব নোৱাৰাকৈয়ে ব্ৰতা ফুকন গৈ উপস্থিত হৈছিল গৈ এক ফাৰ্লং দূৰত থকা দেওৰেক ৰিটায়াৰ্ড এচ-পি নীলপদ্ম ফুকনৰ ঘৰত।

আৰু দেওৰেক-বৌয়েকৰ মাজত এখন মাৰাত্মক কাজিয়া আৰম্ভ হৈ গৈছিল।

নীলপদ্ম ফুকনে চিঞৰি চিঞৰি কথা কৈছিল।

ব্ৰতা ফুকনে তলমূৰ কৰি মাথোন শুনি গৈছিল।

—মই বুজিলো। সকলো বুজিলো। মই যাব লাগিব। গৈ সিহঁত দুটাক তোমাৰ ব্যৱস্থা মতে এটা বিশেষ অৱস্থাত আৱিষ্কাৰ কৰিব লাগিব। আজিয়েই এটা বান্ধ দি থব লাগিব। আৰু ছন্দিতাই ভুল নকৰে ঠিক। ছন্দিতা তোমাৰ প্ৰশিক্ষণ পোৱা ছোৱালী। আমি গৈ নোপোৱা পৰ্যন্ত তাই সন্দীপক নিজৰ কোঠাত বন্দী কৰি

ৰাখিব। আৰু মই এটা 'চিন' সৃষ্টি কৰি সন্দীপক বাধ্য কৰাব লাগিব। কিন্তু এয়া তুমি কি কৰিলা? এইটো মাৰ তুমি মোক নেমাৰিও পাৰিলাহেঁতেন।

—কিন্তু মইনো কেনেকৈ জানো যে তুমি সন্দীপক তোমাৰ ছোৱালী মণিকালৈ বিজাও কৰি থৈছা। ইমান দিনেতো এবাৰ ক'ব পাৰিলাহেঁতেন। আৰু তুমি হাত দীঘল মানুহ। মণিকাৰ এটা ব্যৱস্থা কৰিব পাৰিবা। ছন্দিতাক তুমিতো জানাই। এবাৰ মাত্ৰ বিশ্ব লবলৈ তাই মাস্থি হৈছে। ছোৱালীজনী কষ্ট পাব।

—জানো। কিন্তু·········

—শুনা। ব'লা। নহলে মোক আৰু তুমি কেতিয়াও নিবিচাৰিবা।

নীলপদ্ম ফুকনে জানে ব্ৰতা ফুকনে অসম্ভৱ কথা কৈছে। ব্ৰতা ফুকনে তেওঁৰ দুৰ্ব্বলতম স্থানত আঘাট কৰিছে।

—ব্ৰতা!

—মোৰ এক কথা!

—ব্ৰতা।

ব্ৰতা ফুকন আৰু নীলপদ্ম ফুকন নীৰবে আহি দেখিছিল ছন্দিতা আৰু সন্দীপ তেতিয়াও ছন্দিতাৰ কোঠাত।

ব্ৰতা ফুকনে নীলপদ্মৰ কাণে কাণে ক'লে, এতিয়া নহয়, অলপ পিচত।

ব্ৰতা ফুকনৰ কান্ধত হাতখন থৈ নীলপদ্মই ক'লে—আমি সৌটো কোঠাত বহোঁগৈ ব'লা।

কোঠাত সোমাই ব্ৰতা ফুকনে লাইটটো জ্বলাই দিব খুজিছিল। যথেষ্ট আন্ধাৰ হৈছিল ইতিমধ্যে।

নীলপদ্মই ক'লে, নজ্বলাবা। আন্ধাৰেই ভাল।

# পৰ্দ্দা

আগৰ কেউবাৰ বাসৱ দত্তই কিবা একোটা তাল-বাহানা কৰি সীমাৰ প্ৰশ্ন এৰাই গৈছিল। এইবাৰ কিন্তু নোৱাৰিলে।

তথাপি তেওঁ ক'লে—ঠিক আছে সীমা। তুমি যদি নেজানিলে নহয়, তেন্তে মই ক'ম। কিন্তু এতিয়া নহয়। অথনিকৈ, ৰাতিকৈ ক'ম। মোক অকণমান সময় দিয়া।

চিনাকি মানুহজনক অচিনাকি যেন লাগি গৈছিল। সদায় মেল খাই থকা এখন দুৱাৰ হঠাৎ বন্ধ হলে চকুত পৰে। প্ৰশ্ন জাগে। সীমাও সম্ভৱ প্ৰয়োজনতকৈ সামান্য বেছি উৎকণ্ঠিত হৈ উঠিছিল। তেওঁ কৈ পেলাইছিল—

—সময়? কেলৈ? সাধাৰণ এটা সপোনৰ কথা কবলৈ সময় কেলৈ লাগে?

সীমাৰ প্ৰশ্নবোৰৰ অৰ্থ একেবাৰে নিৰীহ হ'ব পাৰে। অথবা নহ'বও পাৰে। কিন্তু সুৰটো বাসৱ দত্তৰ কাণত বাজিছিল। তাত হয়তো সীমাৰ উৎকণ্ঠাই প্ৰকাশ পাইছিল। কিন্তু বাসৱ দত্তৰ মনৰ তেতিয়াৰ যিটো অৱস্থা সেই অৱস্থাত মানুহে অনেক ভুল কৰিব পাৰে। চকুত পানী থাকিলে কিতাপৰ আখৰো কঁপে।

তেওঁ হঠাৎ বিয়োগান্তক নাটকৰ শীৰ্ণবিন্দুত বৃদ্ধ নায়কৰ কণ্ঠে কবলৈ আৰম্ভ কৰিছিল—

—সাধাৰণ নহয়, সীমা, সাধাৰণ নহয়। এইটো সপোন নহয়, সীমা, ই মোৰ মই নিজে চিনি নোপোৱা চেতনাৰ গভীৰতাৰ কণ্ঠস্বৰ। মোৰ মনটোক প্ৰস্তুত কৰি লবলৈ অকণমান সময় দিয়া। তুমি শুনিবা। তোমাক মই কাহানিবাই ক'ব লাগিছিল। ক'ম ক'ম বুলি ভাবি থাকোতেই অনেক, অনেক বছৰ পাৰ হৈ গ'ল, সীমা। কোৱা নহ'ল। সময় যে কি এটা বস্তু। এদিন এক পলো মনৰ পৰা আঁতৰি নোযোৱা বস্তুটোৱেই এদিন পাহৰাৰ দৰে হ'ল, অদৰ্কাৰী যেন হ'ল। কিন্তু এতিয়া মই কবই লাগিব। মনৰ ওপৰৰ এই নতুনকৈ হেজাৰ গুণে গধুৰ হৈ অহা পুৰণি বোজা মইযে আৰু বব নোৱাৰা হৈ পৰিছো। ইমান দুৰ্ব্বল বুলি মই নিজকে ভবা নাছিলো। কাৰোবাক কৈ দিলে হয়তো বোজা পাতলিব পাৰে। গতিকে কাৰোবাক কোৱাতকৈ তোমাক কোৱাই ভাল। তুমি হয়তো বুজিবা, আৰু যিহেতু তুমিও ইয়াৰ লগত জড়িত।

—জড়িত? মই!

সীমা সঁচাই আচৰিত হৈছিল। সৰল জীৱনেই সুন্দৰ জীৱন বুলি তেওঁ জানিছিল। জটিলতাৰ মাজলৈ তেওঁ কেতিয়াও সোমোৱা নাই। তেওঁৰ জীৱনৰ প্ৰায় সকলো কথাৰে সহজ ব্যাখ্যা আছেই।

সীমাই দেখিছিল বাসৱ দত্তৰ চিনাকি মসৃণ মুখখনত অচিনাকি গভীৰ এক যন্ত্ৰণাৰ ছাপ যেন কোনো চিৰ অনুগত সৈনিকৰ ওপৰত বাজ্ঞাজ্ঞা হৈছে প্ৰিয় পুত্ৰক বধ্যভূমিলৈ লৈ যাবলৈ।

—তুমিও সীমা। তুমি দুঃখ পাবা কাৰণে মই কবলৈ সাহ কৰা নাছিলো। এতিয়া ক'বই লাগিব। কাৰণ মই দুৰ্ব্বল হৈ গৈছোঁ। কাৰণ পাত্ৰত ফুটা ওলাল, যেতিয়া পানী ওলাই যাবই। সোপা দি ৰখাৰ চেষ্টা বৃথা। পাত্ৰ নিজেই ভাগি যাব।…

…ইন্দ্ৰেশ্বৰ বৰুৱা।

নিচেই নিমাখিত এটা নাম। সিদিনালৈকে এইটো নাম মিঠা আছিল। অনেক স্মৃতি জগাই-তোলা আছিল। অথচ এটা নাম এটা শব্দ হঠাৎ কেনেকৈ তাৰ সকলো মায়াময়তা হেৰুৱাই ভয়ানক হৈ উঠিব পাৰে। টেবুলত আহি উঠা এটা প্ৰকাণ্ড যেন বিছা। চুবলৈ ভয়। চাবলৈ সংকোচ।

ইন্দ্ৰেশ্বৰ বৰুৱাৰ এই চিঠিখন পোৱাৰ পিচৰ পৰাই বাসৱ দত্তইতৰ জীৱনৰ ছবিখন সলনি হৈ গ'ল। হঠাৎ আউল লাগিল। যোৱা এমাহৰ ভিতৰত এই ঘটনাটো ছয়-সাতদিনৰ মূৰে মূৰে এতিয়ালৈকে চাৰিবাৰ ঘটিল। আৰু কি ঘটনা। বাৰিষা জোতাৰ ভিতৰত ভেকুলি ওলালে হাঁহিৰে উৰাই দিব পাৰি। কিন্তু সাপৰ পোৱালী ওলালে—

ৰাতিপুৱাৰৰ সময়ত বাসৱ দত্তই টোপনিতে চটফটায়। গোঁ-গোঁৱায়। অদ্ভুত ধৰণে "এৰি দিয়া, মোক এৰি দিয়া, মোক ক্ষমা কৰা" বুলি চিঞৰে।

ওচৰৰ আনটো কোঠাত শুই থকা সীমা সাৰ পাই উধাতু খাই লৰি আহে। বাসৱ দত্ত সাৰ পাই উঠে। সীমাৰ উপযুপৰি প্ৰশ্নৰ তেওঁ কোনো উত্তৰ দিব নোৱাৰে। ভয়-ভয় চাৱনিৰে মাত্ৰ চব্বিশ ঘণ্টাৰ লগৰী মানুহজনীলৈ জীৱনত প্ৰথমবাৰ দেখাৰ দৰে চকুৰ পটা নেপেলোৱাকৈ চাই থাকে।

শেষত পৰিবেশ শান্ত হলে বেয়া সপোন দেখা বুলি গা-এৰা ধৰণে কৈ থয়। কিন্তু কি সপোন তেওঁ সীমাক ক'ব নোৱাৰো। মনত পেলাব নোৱাৰো বুলি কয়। সীমাই জোৰ নকৰে। পানীৰ গিলাচত সাপৰ পোৱালী বিচৰাৰ মনোবৃত্তি তেওঁৰ নাই। তথাপি তেওঁৰ মুখৰ পোহৰ অকণমান অকণমান কমি যায়।

তেওঁ অনুভৱ কৰে বাসৱ দত্তৰ কথা বোধহয় সঁচা নহয়।

সপোনটো তেওঁৰ পৰিষ্কাৰকৈ মনত থাকে। ইমান পৰিষ্কাৰ সপোন মানুহে কাচিৎহে দেখে।

সাধাৰণ এটা পৰিবেশত বাসৱ দত্ত ঘৰতে থাকে। কাগজ পঢ়ে। উপন্যাস পঢ়ে। বাসৱ দত্ত ঘৰত থকা মানে উপন্যাস পঢ়ি থকা। সীমাৰ বিশ্লেষণ মতে চচ্মাৰ "পাৱাৰ" বঢ়াই থকা। বাসৱ দত্তৰ পিয়াহ লাগে। সীমাক মাতি তেওঁ এগিলাচ পানী দিবলৈ কয়। ফ্ৰীজৰ পানীত এটুকুৰা বৰফ দিবলৈ কয়। সীমাই চৰ্বতত দিব নেকি সোধে। তেওঁ নেলাগে বুলি কয়।

সীমাই পানী দিয়েও।

বাসৱ দত্তই খায়ো।

কিন্তু হঠাৎ...

হঠাৎ সীমাই বাসৱ দত্তৰ ডিঙিত টিপা মাৰি ধৰে। ক'ৰ পৰা যে আহি পৰে সেই মৃণালৰ হাত দুখনলৈ এক আসুৰিক শক্তি। বাসৱ দত্তই চটফটায়। চিঞৰে।

এইটো সপোনৰ কথা বাসৱ দত্তই সীমাক কেনেকৈ ক'ব পাৰে।

যিজনী মানুহৰ লগত তেওঁৰ যোৱা ত্ৰিশ বছৰৰ হেজাৰ জনৰ ঈৰ্ষাৰ উদ্ৰেক কৰা সুখৰ সংসাৰ। এজনী মানুহে দিব পৰা সকলো সুখ সকলো শান্তি অকাতৰে দিছে। যিজনী মানুহক কেন্দ্ৰ কৰি বাসৱ দত্তৰ জীৱনৰ সবাতোকৈ মুখৰ ত্ৰিশটা বছৰৰ প্ৰতিটো মুহূৰ্ত্ত আবৰ্ত্তিত হৈছে—এটা মুহূৰ্ত্তত কক্ষচ্যুত হৈ ছিটিকি নপৰাকৈ। সেইজনী মানুহক এইটো সপোনৰ কথা তেওঁ ক'ব পাৰিব কেনেকৈ? লাজ বুলি এটা কথা আছে। আৰু লাজ কিমান শক্তিশালী হ'ব পাৰে জীৱনত সদায় বুজা নেযায়।

তথাপিও শেষত ক'ব লগা হ'ল।

শেষৰ দিনা সপোনত তেওঁ একাধিকবাৰ আৰু স্পষ্টকৈ সীমাৰ নাম উচ্চাৰণ কৰিছিল। সীমাই শুনিছিল আৰু সীমাৰ প্ৰশ্নত তেওঁ যি সুৰ শুনিছিল সেই সুৰে তেওঁক পৰিষ্কাৰকৈ বুজাই দিছিল—পিঞ্জৰাৰ দুৱাৰ বন্ধ হৈ গৈছে। ঘণ্টাকৰ্ণ বাপু আৰু পলাই সাৰিব নোৱাৰে।

গোটেই দিনটো বাসৱ দত্তই বাৰে বাৰে ভুল কাৰ থাকিল। দুজনমান ৰোগীৰ ক্ষেত্ৰত কৰা ভুলৰ কথা নাৰ্চে দেখুৱাই দিয়াত তেওঁ বুজিলে আজি আৰু তেও ৰোগী নোচোৱাই ভাল। কাৰণ তেওঁ বিশ্বাস কৰে এজন ডাক্তৰে এটা অধিকাৰ ত্যাগ কৰিলেহে ডাক্তৰ হোৱাৰ অধিকাৰ অৰ্জ্জন কৰিব পাৰে। ভুল কৰাৰ অধিকাৰ। বাসৱ দত্ত ঘৰলৈ গুচি আহিছিল আৰু গোটেই দিনটো নিজৰ পঢ়া কোঠাত সোমাই থাকিছিল। অৱশ্যে দুই দণ্ড অৱসৰ পালেই কাষ চপাই লোৱা কোনো উপন্যাসৰ পাতৰ মাজত নহয়। জীৱনত প্ৰথম বাৰলৈ তেওঁক উপন্যাসৰ মায়া মমতাই টনা নাছিল।

সীমা দুৱাৰমান কোঠালৈ আহিছিল। কিন্তু দত্তৰ ব্যৱহাৰৰ অস্বাভাৱিকতাত

দূৰৰ পৰাই আলেখলেখ চাই থাকিব গৈছিল। জীৱনত প্ৰথম বাৰলৈ প্ৰতিক্ৰিয়াহীন হৈ বৈছিল তেওঁ সীমাৰ উপস্থিতিতো।

এটা সময়ত প্ৰায় সন্ধ্যাৰ মুনিচুনি পোহৰত বাসৱ দত্তই ইন্দ্ৰেশ্বৰ বৰুৱাৰ চিঠিখন আকৌ এবাৰ উলিয়াই পঢ়িলে। চিঠিখন তেওঁ কেবাবাৰো পঢ়িছে। বহুত ভাবি গুণি উত্তৰো দিয়া হৈ গৈছে। সেই উত্তৰ উচিত উত্তৰ হৈছে বুলিয়ে তেওঁৰ বিশ্বাস। তেওঁৰ বিশ্বাস তেওঁ নিজৰ কৰ্তব্য যথাযথভাৱে পালন কৰিছে। তাৰপিচত চিঠিখন ফালি পেলাব লাগিছিল। ফলাত অসুবিধা থাকিলে অন্ততঃ মন আৰু চকুৰ পৰা দূৰত ৰাখিব লাগিছিল। কিন্তু অসুবিধা সেইখিনিতে। আজিৰ পৃথিৱীত সংক্ৰমণৰ নীতি-নিয়ম কোনে নেজানে। অথচ থাঁ লিৰিকি থকা মানৱৰ চৰিত্ৰ।

বাসৱ দত্তই জানে সমস্যাৰ শেষ হোৱা নাই। সমস্যাৰ শেষ বাস্তৱত কেতিয়াও নহয়েই। নিশ্চিত অৱস্থা এটাকে সমস্যাহীন বুলি ভবা হে হয়। বাসৱ দত্তই জানে সমস্যা ক্ৰমাৎ ঘণীভূত হৈছে। এক মাৰাত্মক পৰিণতিলৈ অসহায়ভাৱে এতিয়া বাটচোৱাৰ যন্ত্ৰণা।

ঠিক কথা। অজিতক তেওঁ তৎক্ষণাৎ আহিবলৈ মাতি পঠাইছে। সি আহিব। তেওঁ তাক সকলো কথা বুজাই ক'ব। খোলাখুলিকৈ ক'ব। কোনো কথা লুকুৱায়। সি বুজিবও। কিন্তু তাৰ পৰা জানো লাভ হ'ব। অজিতে যিটো কৰিম বুলি কৈছে সেয়াতো তাৰ মগজুৰ কথা নহয়। সেয়া তাৰ তেজৰ কথা। জীৱৰ তেজে জীৱক কি দিয়ে কি কৰায় তাৰ ৰহস্য আজিও জানো উদঘাটিত হ'ল।

ইন্দ্ৰেশ্বৰ বৰুৱাই চিঠিখনত তেওঁৰ আৰু বাসৱ দত্তৰ পুৰণি বন্ধুত্বৰ স্মৃতি ৰোমন্থন কৰিছে। সকলো বন্ধুৱেই নিজৰ নিজৰ বন্ধুত্বৰ তুলনা নাই বুলি ভাবে। ইন্দ্ৰেশ্বৰ বৰুৱায়ো ভাবিছে। এইবোৰেইতো জীৱনক অলপ মিঠা কৰে। নহলেতো জীৱন আঘাতৰ ইতিহাস মাত্ৰ। কিন্তু সুন্দৰ এখন চিঠিৰ শেষৰ কথাখিনিয়ে বাসৱ দত্তক হঠাৎ যেন এজাক হিংস্ৰ কুকুৰৰ মাজত পেলাই দিলে। তেওঁ যাবলৈ বাট নোপোৱা হ'ল।

"......মোৰ ল'ৰা ৰূপমলৈ তোমাৰ মনত নিশ্চয় পৰিব। সেই যে সৰুতে তোমাৰ কোলাৰ পৰা মাকেও নিব নোৱাৰিছিল। আমাৰ একমাত্ৰ ল'ৰা। আমি বৰ যতনেৰে তাক ডাঙৰ কৰিছিলো। ঈশ্বৰৰ কৃপাত সি এতিয়া বৰ সম্ভাৱনাপূৰ্ণ উকীল। তাৰ জীৱনত আমি মাক-বাপেক হিচাপে আপত্তি দৰ্শাব লগা কোনো চেকা নাই। আনে কিয় নেজানো। মাক-বাপেকবোৰে আনৰ কথা খিয়ালৰ কথা বুলিয়ে ভাবে। আমিও হয়তো ব্যতিক্ৰম নহওঁ। কিন্তু, তথাপিও এটা কথা। দশম মান শ্ৰেণীত পঢ়োতে অষ্টমমান শ্ৰেণীৰ এজনী ছোৱালীৰ সি প্ৰেমত পৰিল। সৰুলৰা-ছোৱালী।

সেইবোৰ হয়। ধৰাও পৰিল। অলপ যত্ন কৰা হ'লে সেই অধ্যায় তাতে শেষ হ'লহেঁতেন কিজানি। পিচে নহ'ল। আমি ভুলেই কৰিলো নেকি? কৰা নাছিলো যেনেই লাগে। কিন্তু 'ভাগ্য' যে কেৱল এটা শব্দ মাত্র নহয়। মাজে মাজে এনেকৈয়ে উপলব্ধি হয়। ই এটা সক্রিয় শক্তি।

"ছোৱালীজনীৰ নাম কুঁৱলী। আমাৰ চুবুৰীৰে ডাক্তৰ হৃদয়ানন্দ বৰুৱাৰ জীয়েক। সম্ভ্রান্ত মানুহ। আপত্তিও একো নাই কিন্তু……

"আমি এটা কাম কৰিলো। হৃদয়া বৰুৱাহঁতৰ লগত কথা পাতি আমি সিহঁতৰ বিয়া ঠিক কৰি পেলালো। মাত্র চৰ্ত্ত হ'ল—ল'ৰা-ছোৱালীয়ে আগে তালকৈ পঢ়ি-শুনি ওলাব লাগিব। কুঁৱলী পঢ়াত বৰ ভাল নহয়। তাই এইবাৰ দ্বিতীয় বাৰ্ষিকত। অৱশ্যে কামে-বনে ঘৰ ধৰা ছোৱালী।

"কিন্তু সমস্যাৰ সৃষ্টি হ'ল অজতক লৈ। আমি কুঁৱলীয়ে পৰীক্ষা দি উঠালৈ বাট চাইছিলো। ৰূপমে ঘৰটোৰ ইটো সিটো কৰাইছিল। কুঁৱলীৰ মাকে মাজে মাজে আমাৰ এওঁক কাপোৰ এসাজ, গহনা এপদ দেখুৱায়। তোমাৰ ল'ৰা অজিত লাখৰ মাজত এটা ল'ৰা। পঢ়াত তীখৰ। খেলাত লেখৰ। গান-বাজনাত আগৰ। চেহেৰা-পাতিত খনিকৰৰ আপোন হাতৰ। ল'ৰাটোৰ গুণৰ শেষ নাই। "অকলে থাকিলেও নির্জনতাক মুখৰ কৰি ৰখা" ল'ৰা। ছাত্র-ছাত্রীয়ে তাৰ বন্ধু হ'বলৈ কামনা কৰিবই। স্বাভাৱিক। কুঁৱলীয়েও কৰিলে।

"কিন্তু অজিত কুঁৱলীৰ বন্ধু হৈয়ে সন্তুষ্ট থাকিব নোৱাৰিলে। এখোজ আগবাঢ়ি সি কুঁৱলীৰ প্রেমত পৰিল। আৰু তুমিতো জানাই তোমাৰ ল'ৰা দুৰন্ত সাহসী। ভাবি-গুণি সময় নকটাও। জীৱনত যুঁজি জয় কৰিবলৈকে যেন তাৰ জন্ম। সি কুঁৱলীক স্পষ্ট ভাষাত ক'লে—সি তাইক ভাল পাইছে। সি তাইক বিয়া কৰাব—দৰ্কাৰ হ'লে পঢ়ি থাকোতেই। কুঁৱলীয়ে তাক তাই আৰু ৰূপমৰ কথা ক'লে। তাই বাগদত্তা। সি যেন তাইক ক্ষমা কৰে।

"কিন্তু অজিতে কুঁৱলীক কৈছে, সি বেদব্রতৰ যুগৰ মানুহ নহয়। সি ৰোমাণ্টিক প্রেম কি বুজি নেপায়। সি কুঁৱলীক নিজৰ কৰি ল'বই।

"বাসৱ, এইবোৰ ভাবিব লগা কথা হয়তো নাছিল। কুঁৱলী অলপ বেছি ধৰণে ধুনীয়াছোৱালী। তাতে তাই সফল প্রেমত পৰা ছোৱালী। এনে প্রেমে মানুহক অতিৰিক্ত সুন্দৰতা দান কৰে। বিয়া হৈ নোযোৱালৈকে কুঁৱলীয়ে এনে প্রস্তাৱ কিছু পাবই। কিন্তু ভাবিব লগা হৈছে বেলেগ এটা কাৰণত। অজিতে ৰূপমক লগ ধৰি কৈছে, সি যেন কুঁৱলীক ত্যাগ কৰে। নহ'লে অজিতৰ লগত প্রতিদ্বন্দ্বিতা কৰিব লাগিব। পুৰণি কালৰ অজিতৰ ভাল লগা এটা বস্তু হেনো দ্বৈৰথ যুদ্ধ। পাশ্চাত্যৰ

"ডুয়েল"। ৰূপম হেনো জীয়াই নথকাৰ সম্ভাৱনাই বেছি। কিন্তু আজিকালি তৰোৱাল অচল আৰু যুদ্ধত কোনো আইন বা নীতি নেথাকে। গতিকে··· ··।

"বাসৱ, ৰূপম উকীল মানুহ। মানুহ অধ্যয়ন কৰা তাৰ প্ৰয়োজন। সি মোক কৈছে, অজিতৰ চকুত হেনো যিটো বস্তু দেখিছে সেই বস্তুটোৰ নাম প্ৰতিজ্ঞা। তোমাক জনালো, বাসৱ! তুমি কি ভাবা জনাবা। মই কুঁৱলীৰ লগতো কথা পাতিছো। তাই অজিতৰ গুণৰ প্ৰশংসা কৰে ঠিকেই। কিন্তু ৰূপমৰ ঠাইত অজিতক কেতিয়াও কল্পনা কৰি চোৱা নাই। তোমাৰ চিঠিলৈ আগ্ৰহেৰে বাট চাইছো।"

বাসৱ দত্তই চমু উত্তৰ দিছিল। তেওঁ লিখিছিল, অজিত গোঁৱাৰ ল'ৰা ঠিকেই। সেইবুলি তাক যি মন যায় তাকে কৰিবলৈতো এৰি দিব নোৱাৰি। সংযমেই জাতি, সমাজ, সংসাৰ, ব্যক্তি সকলোৰে প্ৰধান বান্ধোন। তাক সংযত কৰিবই লাগিব। সম্ভৱতে ইন্দেশ্বৰ বৰুৱাই ৰূপম আৰু কুঁৱলীৰ বিয়া তৎক্ষণাত পাতি দিয়ক। অজিতক বুজোৱাৰ ভাৰ বাসৱ দত্তৰ গাত। কিন্তু তেওঁ সেইকাম কৰি উঠালৈ তেওঁলোক ৰৈ থাকিব নেলাগে। তেওঁলোকে যেন মনত ৰাখে—যিটো ফুলিঙ্গই এখন তেল-খাতত প্ৰলয় কাণ্ড ঘটাব পাৰে সেইটো ফুলিঙ্গই সাগৰৰ বুকুত নিজে নুমাই যোৱাৰ বাহিৰে আন একোৱেই কৰিব নোৱাৰে।

চিঠিখন লিখিলে যদিও বাসৱ দত্ত অকণমানো আশ্বস্ত হ'ব নোৱাৰিলে। অজিতৰ কথাই তেওঁক যিমান ব্যতিব্যস্ত কৰিলে তাৰ বহুত গুণে বেছি ব্যতিব্যস্ত হ'ল তেওঁ নিজৰ অতীতটোক লৈ।

অজিতক তেওঁ জানে। বন্ধুৰ বাবে উৎসৰ্গিত প্ৰাণ অজিত, শত্ৰুৰ বাবে কালান্তক। শত্ৰুৰ মৰাদেহত গোৰ এটা মাৰি আহিব পৰা মানুহ। গতিকে অজিত ৰূপম সমস্যা সহজে সমাধান হোৱা টান।

কিন্তু······। কিন্তু এয়া কি হ'ল। কেনেকৈ হ'ল। আৰু ইমান পলমকৈ। আৰু ক'ত গ'ল তেওঁৰ সেই দুৰ্দ্দান্ত মনোবল। সেই অকাট্য যুক্তি। তেওঁৰ মনত পৰিল, এদিন তেওঁ কাৰোবাক কৈছিল এলবাৰ্টো মোৰাভিয়াৰ 'খেৰেচা ৰাকি' কল্পনা-বিলাসৰ বাহিৰে একো নহয়। অথচ আজি তেওঁৰ ছাঁ দেখি উচপ খাই উঠা অৱস্থা।

সীমাইঁতৰ ঘৰটো বাসৱ দত্তইঁতৰ ঘৰৰ ঠিক আগৰ বাটটোৰ সিপাৰেই আছিল। বাসৱ দত্ত তেতিয়া মেডিকেলৰ প্ৰথম বাৰ্ষিকত। ককায়েক প্ৰণৱ দত্ত ইতিমধ্যেই অভিযন্তা হৈ ওলাই চাকৰিত যোগদান কৰিছে।

সীমাইঁতৰ ঘৰৰ অৱস্থা মজলীয়া ধৰণৰ আছিল। বাপেক উচ্চ বিদ্যালয়ৰ শিক্ষক। অকলশৰীয়া সন্তান। ককাই-ভাই নাই। বাসৱ দত্তইঁতৰ ঘৰখনেই সকৰে পৰা

সীমাৰ নিজৰ ঘৰৰ দৰে আছিল। তাইৰ গাৰ্হস্থ্য জ্ঞানৰ অধিকাংশই বাসৱ দত্তৰ মাকৰ পৰা পোৱা। সকৰে পৰা সীমা ভাল ছোৱালী বুলি জনাজাত আছিল। দেখাই-শুনাই, স্বভাৱে চৰিত্ৰই। হঠাৎ সীমাৰ বাপেক হৃদযন্ত্ৰ বিকল হৈ ঢুকাল। সীমাহঁত প্ৰায় সম্পূৰ্ণে বাসৱ দত্তহঁতৰ ওপৰত নিৰ্ভৰশীল হৈ উঠিল।

সীমাই আগৰে পৰা বাসৱ দত্তলৈ চিঠি-পত্ৰ দিছিল। বাসৱ দত্তয়ো দিছিল। শৈশৱৰ সহচৰ্য, সীমাৰ সুন্দৰ স্বভাৱ-চৰিত্ৰ-ৰূপ, সীমাহঁতৰ এতিয়াৰ সহানুভূতি জগোৱা অৱস্থা, হয়তো অৱচেতনাৰো কিবা তাগিদাত, এবাৰ বাসৱ দত্তই সীমালৈ এখন বেলেগ চিঠি দিলে। জনালে তেওঁ সীমাক ভাল পায়। বিয়া কৰাব খোজে। ইত্যাদি। বাসৱ দত্ত ডাক্তৰ হৈ ওলাই অহালৈ সীমাই যেন বাট চায়।

চিঠিখনৰ কোনো উত্তৰ সীমাই নিদিলে। বৰ সৰল যেন লগা কথা এটা বাসৱ দত্তৰ হঠাৎ বৰ জটিল যেন অনুভূত হ'ল। অবাক হৈ তেওঁ বহুত দিন ঘৰলৈ নহাকৈ থাকিল। তাৰ পিচত যেতিয়া ঘৰলৈ আহিল, তেতিয়া এদিন তেওঁক সীমাই নিজৰ কোঠালৈ মাতি নিলে। হাত এখনত ধৰি কিছুমান সময় কান্দি থাকিল। তাৰ পিচত ক'লে—এয়া বাসৱ দত্তই কি কৰিলে। নোচোৱা নজনাকৈ তেওঁ জাপ দিলে কিয়? সীমা যে বহুত আগতে আনৰ হৈ গৈছে। হৈ গৈছে প্ৰণৱ দত্তৰ।

ঘৰলৈ অহা প্ৰায় বন্ধ হৈ গৈছিল বাসৱ দত্তৰ। পঢ়া-শুনা বাঢ়ি গৈছিল। পৰীক্ষাৰ ফলবোৰ ক্ৰমাগত ভাল হৈ আহিছিল। এজন সুযোগ্য ডাক্তৰ হৈ তেওঁ ওলাই আহিছিল। ডাক্তৰীয়েই ধ্যান. মানুহে তেওঁক অচিৰে ধন্বন্তৰি জ্ঞান কৰিবলৈ আৰম্ভ কৰি দিছিল। কিন্তু এই মানুহজনে নিজৰ বিয়াৰ কথা, সংসাৰৰ কথা ভাবিবলৈ, নিজৰ মনৰ মাজত এবাৰ ভুমুকি মাৰি চাবলৈ অৱসৰ পোৱা নাছিল। হয়তো ভয় কৰিছিল। উপন্যাসৰ পাতত এক দণ্ড জিৰোৱাৰ বাদে, ডাক্তৰ বাসৱ দত্তৰ দ্বিতীয় এটা পৰিচয় নাছিল।

মাক—দেউতাক ঢুকাইছিল। সীমাই নিজ মহিমাৰে ঘৰখন ধৰি আছিল। ক'তো কোনো পৰিৱৰ্তন, হীন দেঢ়ি কাৰো চকুত পৰা নাছিল। মাত্ৰ ফুলনিত ফুল বেছি ফুলিছিল। পৰ্দাবোৰ নিৰ্দিষ্ট ব্যৱধানত সলনি হৈছিল। প্ৰণৱ দত্ত এজন অতি সুখী মানুহ হৈ পৰিছিল। শকত হ'বলৈ আৰম্ভ কৰিছিল। বাসৱ দত্তও সুখী নোহোৱাৰ কোনো কাৰণ নাছিল। কিন্তু সকলোৱে বুজি গৈছিল এই এটা মানুহৰ বাবে সুখৰ অৰ্থ হ'ল অনবৰত কামৰ মাজত ডুবি থাকিব লগা এটা অৱস্থা।

আৰু তাৰ পিছতেই সেই অকল্পনীয় ঘটনাটো ঘটিল। কাৰখানাৰ এটা দুৰ্ঘটনাত প্ৰণৱ দত্তৰ দুয়োখন ভৰিয়ে বেয়া ধৰণে নষ্ট হৈ গ'ল। দুয়োখন ভৰিয়ে কাটি পেলাব লগা হ'ল। এটা ভীষণ কৰ্ম চঞ্চল মানুহ পঙ্গু হৈ গ'ল। সেয়াও হয়তো সহিব পৰা

গ'লহেঁতেন। কিন্তু মগজুত পোৱা আঘাটে মানুহটোৰ মগজুৰ ক্ষমতাও স্তব্ধ কৰি দিলে। তেওঁ যেন সজীৱ পুতলাত পৰিণত হ'ল।

এখন সংসাৰ শেষ হৈ গ'ল। এটা সুন্দৰ সপোন। এটা সুন্দৰ বাস্তৱ। থাকি গ'ল ঘড়ীৰ টিক্-টিক্ শব্দৰ দৰে এটা নিৰ্দ্দয় যান্ত্ৰিকতা। গতানুগতিকতা। এটা জীৱন্ত পুতলাক কেৱল জীয়াই ৰখাৰ চেষ্টাতে সীমাৰ জীৱনৰ প্ৰতিটো পল ব্যয়িত হ'ব ধৰিলে। জুলেখাৰ, সাবিত্ৰীৰ, বেউলাৰ কাহিনী সত্য হৈ উঠিলহেঁতেন। যদি সীমাৰ এটা সন্তানো থাকিলহেঁতেন।

দূৰৰ পৰা অসহায়ভাৱে চাই ৰ'ব লগা হ'ল বাসৱ দত্তই। কৰিবলৈ একো নাই। সান্ত্বনা দিয়াৰ, লোৱাৰ, ভাষা নাই। আনকি অনুভৱ কৰিবলৈকো চেষ্টা কৰিবলৈ ভয় লগা এটা অৱস্থা। বীণাৰ তাঁৰ চিঙিব পৰা কাৰুণ্যৰ সুৰ।

* * * *

নিশা বাৰাণ্ডাত ওচৰা-ওচৰিকৈ দুখন চকীত বহি আছিল বাসৱ দত্ত আৰু সীমা। দূৰত এটা অচিনাকি চৰায়ে একেৰাহে চিঞঁৰি আছিল। ফুলনিত কেইটামান জোনাকী পৰুৱা। ফুলগছবোৰ আন্ধাৰত পোত খাই আছে।

—জানা সীমা। মই এজন ডাক্তৰ। মানুহক সুস্থ ৰখাই ডাক্তৰৰ কাম। এই কামটো কৰোতে কৰোতে ডাক্তৰবোৰ আবেগ শূণ্য হৈ যায়। জীৱনৰ আটাইতকৈ ডাঙৰ কাৰুণ্য মৃত্যু ডাক্তৰৰ বাবে ডাঙৰ কথা হৈ নেথাকে। সেয়ে অনেক ডাক্তৰ ৰোগী মৰিলেও ফিজ ল'ব পৰা মানুহ হৈ পৰে।

জীৱন-মৃত্যুৰ অনেক ৰহস্য মই জানো। মই জানো মাচি-কিলিঙৰ প্ৰয়োজন কেতিয়া হয়। অনেক ডাক্তৰেতো ঔষধ নিদিও বেমাৰীক মৰিবলৈ দিয়ে। ককাইদেউক জীয়াই ৰখা পাপ নে মাৰি পেলোৱা পাপ এই কথা ভাবি মোৰ মনত যথেষ্ট দ্বন্দ্বৰ সৃষ্টি হৈছিল। মই জানিছিলো ককাইদেউক যদি এশ-বছৰো জীয়াই ৰখা যায় তেওঁ জীয়াই থকাৰ কোনো সোৱাদ নেপাব। সেয়া তেওঁৰ বাবে মাথোন বন্দীত্ব। সেয়ে শেষত ভাবিছিলো ককাইদেউক মুক্তি দিয়া মোৰ কৰ্তব্য। · আজি তোমাৰ আগত স্বীকাৰ কৰিবলৈ মোৰ অকণো লাজ লগা নাই, সীমা। কাৰণ অৱচেতন নগ্ন ৰূপ দেখি মই আজি জৰ্জৰিত। হয়তো···হয়তো মোৰ তোমাৰ প্ৰতি থকা এটা পুৰণি দুৰ্বলতা আৰু এটা নতুন সহানুভূতিৰ বাবেই মই তেনেকৈ ভাবিছিলো। মই সহিব পৰা নাছিলো তুমি তিল-তিলকৈ শেষ হৈ যোৱা। মই সহিব পৰা নাছিলো তুমি অকাৰণত পতি-সেৱা কৰি যোৱা—যি পতি এক জড়পিণ্ডৰ বাহিৰে অন্য একো নহয়।

অনেক সময় নীৰৱে পাৰ হৈ গৈছিল। সীমাই দূৰৰ তৰাটোৰ পৰা চকু আঁতৰাই অনা নাছিল। আন্ধাৰবোৰ গাঢ় হৈছিল। বাসৱ দত্তই আত্মগতভাৱে পুনৰ কৈছিল।

—অনেক বছৰ পাৰ হৈ গ'ল। তথাপি নিশ্চয় তোমাৰ মনত আছে। ককাইদেউক দিনটোত নিয়মিত তিনি-চাৰিবাৰ ঔষধ খুৱাব লগা হৈছিল। তুমি পৰম যত্নেৰে আধ্যাত্মিকভাৱে এই কামটো কৰিছিলা। চুলি এদালৰ হেৰ-ফেৰ হ'বৰ উপায় নাছিল। ঔষধ মই আনি দিছিলো।

—অনেক দ্বন্দ্বৰ অন্তত মই সিদ্ধান্ত লৈছিলো। এটা এনে টেবলেট দিছিলো সীমা যিটোৱে ধীৰে ধীৰে কোনেও গম নোপোৱাকৈ মানুহক মৃত্যুৰ মুখলৈ লৈ যাব পাৰে। এবছৰৰ অন্তত ককাইদেউ ঢুকাইছিল। ··

মহাশূন্যৰ নিস্তব্ধতাই চৌদিশ বেঢ়ি ধৰিছিল।

অনেক সময়, যেন সুদীৰ্ঘ এটা যুগৰ অন্তত সীমাই স্পষ্ট কণ্ঠে সুধিছিল। সুধিছিল, কিন্তু তেওঁ কোনো উত্তৰ বিচৰা নাছিল। কাৰণ তেওঁৰ প্ৰশ্নটো আচলতে এটা উত্তৰ আছিল।

—সেই টেবলেটবোৰ মই নিজ হাতে মাছৰ পিচত মাছ তেওঁক খুৱাইছিলো?

—উপায় নাছিল, সীমা।

—প্ৰণৱ দত্তক মই ভাল পাইছিলো।

—ময়ো যে ভাল পাইছিলো, সীমা। তোমাক সেই অৱস্থাত চাই থকা মোৰ পক্ষে সম্ভৱ নাছিল।

পুনৰ নিস্তব্ধতা আগবাঢ়ি আহিছিল। কিন্তু খন্তেকতে সীমাই আকৌ সুধিছিল।

—কিন্তু···এই সপোনটো।

বাসৱ দত্তই সকলো কৈছিল। সপোনটোৰ কথা। ইন্দ্ৰেশ্বৰ বৰুৱাৰ কথা। ৰূপম-কুঁৱৰী-অজিতৰ কথা। অজিতৰ সংকল্পৰ কথা।

—মোৰ দূষিত তেজে অজিতৰ মাজেৰে কথা কৈছে, সীমা। মই সহিব পৰা নাই। মই যেন ভাগি-ছিগি যাম। পাগল হৈ যাম,। অজিতে কিবা এটা কৰিবই···ৰূপম···কুঁৱৰী···কিয় এনে হ'ল·· কিয় এনে হ'ল···

এটা শব্দও নকৰি সীমাই দূৰৰ তৰাটোলৈ চাই বহি আছিল। বাসৱ দত্তই নিজৰ কপালখন টিপিছিল। দূৰত কাৰোবাৰ ঘৰত ৰেডিঅ'ত এটা ভাটিয়ালী সুৰ বাজিছিল।

পিচদিনা পুৱা বহুত পলমকৈ সাৰ পাই বাসৱ দত্তই সীমাক বিচাৰিছিল। সীমা ঘৰত নাছিল। ঘৰৰ বনকৰা কোনেও একো ক'ব নোৱাৰে।

আৰু কি লাভ! আৰু কি লাভ!

তথাপি। তেওঁ ফোনটোৰ ফালে আগবাঢ়ি গ'ল।

# সতী

নিয়ঁৰৰ টোপাল নিৰলা কাকতীয়ে দেখিছে। পাতৰ আগত ওলমি থকা নিয়ঁৰৰ টোপালত জিল্‌মিল ৰ'দৰ মুকুতা-মুকুতা লগা জল্‌মল পোহৰৰ খেলাও নিৰলা কাকতীয়ে দেখিছে। কিন্তু সেয়াই মুকুতা বুলি ভুল কৰি আবেগত অধীৰ হোৱাৰ বয়স অধ্যাপিকা নিৰলা কাকতীয়ে কেতিয়াবাই এৰি থৈ আহিল। এটা সময় আছিল যেতিয়া ফাল্গুন বুলি ক'লে কেৱল ফুল আৰু ফুল বুলিয়ে বুজি পাইছিল নিৰলা নামৰ এজনী উজ্জ্বল, যৌৱনে গৰকা ছোৱালীয়ে। কিন্তু একুৰি পোন্ধৰটা ফাগুন দেখাৰ পিচত সেই উজ্জ্বলা ছোৱালীজনে শকত ফ্ৰেমৰ চছমা পিন্ধা এগৰাকী ধীৰ অধ্যাপিকাত পৰিণত হ'ল। অধ্যাপিকা নিৰলা কাকতীয়ে ইতিমধ্যে অনেক কথা শিকি পেলালে। লগতে শিকিলে ফাগুন মানে ফুলৰ আৱেশ মাত্ৰ নহয়, ৰঙৰ বাহাৰেই নহয়, ফাগুন এটা বেদনাও। আহি গুচি যোৱাৰ বেদনা। ক্ষণস্থায়ী এটা সপোন হোৱাৰ বেদনা। মুকুতা-মুকুতা লগা নিয়ঁৰৰ টোপাল মুকুতা নহ'ব। ৰ'দত সি শুকাই যায়। বতাহত সৰি পৰি মাটিত মিলি যায়। মানৱী জীৱনৰ ইতিহাস নিয়ঁৰৰ কণাত লিখি ৰখাৰ কোনো অৰ্থ নাই। কল্পনাবিলাস আদৰ্শৰ ৰোমান্স, ৰঙীন সপোন এয়াই জীৱন নহয়। জীৱন মানে বাস্তৱ। আৰু বাস্তৱৰ আন নাম সত্য।

আৰু নিৰলা কাকতীয়ে এটা সম্পূৰ্ণ নিশা আৰু এটা সম্পূৰ্ণ দিন ভাৱিও কোনো উৱাদিহ নোপোৱা কথাটোৰ সিদ্ধান্ত এটা মুহূৰ্তত কৰি পেলালে। এটা নাম নোহোৱা উত্তেজনাই যেন তেওঁক কিবা এক বিশেষ প্ৰেৰণা যোগালে। বহুত কিবা-কিবি কৰি পেলাবৰ মন গ'ল তেওঁৰ। এটা খোজ দি উঠি আনটো খোজ দিয়াৰ আগতেও সাৱধানতা অৱলম্বন কৰা নিৰলা কাকতীয়ে এই মুহূৰ্তত যেন নিৰ্দ্বিধাই পৰিপূৰ্ণ আস্থাৰে সৈতে কাঞ্চনজংঘা আৰোহণৰ প্ৰত্যাহ্বানো স্বীকাৰ কৰি ল'ব পাৰে।

বহল ৰাইটিং টেবুলখনত বহি লৈ নিৰলা কাকতীয়ে অৱলীলাক্ৰমে নিজৰ সোণালী লেটাৰ-হেড্ থকা বন্-পেপাৰৰ পেড্‌টো টানি ল'লে। ভেনিটী বেগটো খুলি দামী গোল্ড-কেপ পেনটো খুলি ল'লে। তাৰ পিচত টেবুল-লেম্পৰ শেড্‌খন ঠিক কৰি লৈ লিখিবলৈ সাজু হ'ল অতিশয় স্বাভাৱিকভাৱেই।

কিন্তু তেওঁ বৈ যাব লগা হ'ল। বুকুখন যেন তেওঁৰ কঁপি উঠিল। বিষাই উঠিল। জীৱনৰ প্ৰথমখন প্ৰেম-পত্ৰ লিখিবলৈ যাওঁতে প্ৰতিগৰাকী গাভৰুৰে বুকু নিশ্চয় কঁপে।

কিন্তু এই কঁপনি সেই কঁপনি নহয়। এক্কুৰি পোন্ধৰ বছৰ বয়স যাৰ সেই নিৰলা কাকতী অধ্যাপিকাই জানে তেওঁ যি কৰিবলৈ লৈছে তাত আৱেগ-উচ্ছ্বাস ইত্যাদিৰ কোনো খেলি-মেলি নাই। আছে মাথোন যুক্তি। তথাপিও তেওঁ বৈ যাব লগা হ'ল।

নিৰলা কাকতী ব'ল। মেলা খিৰিকীৰে এবাৰ দূৰলৈ চালে। ৰাতি যথেষ্ট হ'ব পায়। নিঃস্তব্ধ। লাহেকৈ ড্ৰয়াৰটো খুলি তেওঁ দুখন চিঠি উলিয়াই ল'লে। একে থামৰ দুখন চিঠি। দেখাত কোনো পাৰ্থক্যও নাই। থামৰ ওপৰৰ আখৰবোৰো প্ৰায় একে। পুৰুষব্যঞ্জক দৃঢ়হাতৰ লেখা। কিন্তু নিৰলা কাকতীয়ে জানে তাৰে এটা থামত আছে এক ৰাশি কমোৱা তুলাৰ আৱেশ আৰু উল্কাৰ ক্ষণিক জ্যোতি। বায়ু-প্ৰবাহৰ মুখৰ শিখাৰ কঁপনি। আৰু আনটোত জীৱনৰ নগ্ন আহ্বানক বাস্তৱ দৃষ্টিভঙ্গীৰে গ্ৰহণ কৰাৰ আছে এটা ব্যাকুল অথচ অকম্প প্ৰচেষ্টা। আৰু এই ব্যাকুলতা কেৱল আকুলতা মাথোন নহয়। তাত আছে এটি সবল আত্মাৰ একান্ত মিনতি।

অধ্যাপিকা নিৰলা কাকতীয়ে ইতিমধ্যে একাধিকবাৰ পঢ়ি উঠা চিঠিখন আকৌ এবাৰ পঢ়ি চালে।

নি—লা।

জীৱনত যি ভুল মই কৰিলো, যি পাপে মই আচৰিলো, তাক নোহোৱা কৰিব মই নোৱাৰো, ক্ষমাৰ প্ৰশ্নটো নুঠেই। তথাপি মই আজি আহিছো নি—লা। মোৰ জীৱনত ইতিমধ্যে যিখিনি ঘটি গ'ল সকলো তুমি জানা। এবাৰলৈ মোক সুযোগ দিয়া তুমি। তোমাৰ দুৱাৰত এক অনুতপ্ত আত্মা আজি থিয় দিছে। প্ৰায়শ্চিত্তৰ সুযোগ দিয়া তুমি।

মই আহিছো নি-লা। অতীতৰ কথাবোৰ এবাৰ তুমি মনত পেলোৱা! তুমি জানো ঘূৰাই পঠাব পাৰিবা! নিশ্চয় জানো মোৰ কোনো নহয়! উত্তৰলৈ মই বাট চাই ৰ'ম।

ইতি

তোমাৰ শান্তনু কাকতী।

প্ৰায় দুখ পাই যোৱাকৈ তলৰ ওঁঠটো কামুৰি নিৰলা কাকতী নিশ্চল হৈ বহি থাকিল। সোঁতৰ মুখৰ এডাল ইকঁৰা বন এই ভাগি এই ভাগি যাব যেন। "অতীতৰ কথাবোৰ এবাৰ মনত পেলোৱা।" অতীতৰ অযুত স্মৃতি নিৰলা কাকতীৰ মানস চকুৰ আগেদি চলচ্চিত্ৰবৎ এখন এখনকৈ পাৰ হৈ যাব ধৰিলে।

অধ্যাপিকা নিৰলা কাকতী তেতিয়া এনেকুৱা নাছিল।

নামজ্বলা ধনী পিতৃৰ একমাত্ৰ কন্যা নিৰলা। ফাগুনবোৰ ফুল আৰু ফুলবোৰ

জীৱন বুলি লৈ দিনবোৰ ঋতু আৰু ৰঙৰ আৱেশ উচ্ছলতাত উটুৱাই দিয়াই আছিল যাৰ একমাত্ৰ কৰণীয়। অপূৰ্ব্ব সুন্দৰী এজনী গাভৰু নাম যাৰ নিৰলা কাকতী। বেভমিন্টন কৰ্টৰ ৰোমান্স আৰু উপন্যাসৰ ৰোমান্সৰ যাৰ ওপৰত উপৰ্যুপৰি প্ৰভাৱ। মই এক অনন্ত গাভৰু জীৱনত থাকিব পৰা যৌৱনৰ সকলো সম্ভাৰ লৈ কোনো এক আশ্চৰ্য্যসুন্দৰ বেলা-ভূমিত ৰঙীন শামুকৰ খোলা বুতলি বুতলি খেলা কৰি থাকিম। কোনো এক শাৰদী পূৰ্ণিমাৰ মধু সৰা সন্ধ্যা তুমি আহিবা ৰূপকুমাৰৰ বেশে। তোমাৰ লগত আহিব অক্ষয় যৌৱনৰ ষোড়শোপচাৰ আৰু অন্তহীন শেৱালী নিবাস। স্তব্ধতাৰ নীৰৱ সঙ্গীত বাজিব। আমি বৈ থাকিম ক্ষন্তেক চকু চোৱা চুই কৰি। আমি আমাৰ চকুত এবাৰ বিচাৰি চাম জনম জনমৰ, জাতিস্মৰৰ কোনো এক স্বৰ্ণিব স্মৃতি। সেয়া আমি পাম। তাৰ পিচত আমি আৰম্ভ কৰি দিম শাৰদীয় ৰজনী যাপন সমুদ্ৰৰ ঢৌ লেখি লেখি মাথোন ঢৌ লেখি লেখি। অন্তহীন অযুত শাৰদী নিশা।

খিৰিকীৰ নীলা পৰ্দাৰ ফাকেঁৰে দেখা নীলা আকাশখনলৈ অকাৰণতে চাই থাকি কেতিয়াবা কেতিয়াবা অকাৰণ নিঃসঙ্গ লগা বেলা নিৰলা কাকতীয়ে সপোন ৰচিছিল। আৰু তেনে এটা সপোন মধুৰ মুহূৰ্ত্ততে এদিন আহি ওলাইছিল শান্তনু কাকতী।

একেই ৰং, একেই ঋতু। একেখন সোণ-সৰা জোনাকৰ পৃথিৱীৰ স্বপ্নজীৱী। জীৱনত শান্তনু কাকতীয়ে এনে এটা মুহূৰ্ত্ত কাহিনিও লগ পোৱা নাই যিটো মুহূৰ্ত্তত তেওঁ কোনো এটা শক্তিৰ কাৰ্যত নিজকে সমৰ্পণ কৰিব লগা হৈছে। অনলতে কেতিয়াও একোতে জাহ যাব নেলাগে। অনলৰ বুকুতে মহীৰুহো জাহ যায়। শান্তনু কাকতী যেন মূৰ্তিমান যৌৱন-অনল।

নিৰলা আৰু শান্তনুয়ে নিবিড়ভাৱে আলাপ কৰিলে। এদিন দুদিন অনেকাদন। তাৰ পিচত এদিন যেতিয়া তেওঁলোক কোনো এক নিভৃত নিকুঞ্জৰ আৰৰপৰা জন-সমক্ষলৈ ওলাই আহিল তেতিয়া সকলোৱে দেখিলে যৌৱন-অনল শান্তনুৰ তেজ-গোৰা ৰং উজ্জলতাৰে জলবল কৰিছে। আৰু নিৰলাৰ সীমন্তত জুইৰ শিখাৰ দৰে এটা সেন্দুৰৰ আঁক।

মানুহে পাহৰি গৈছিল। অনেকজনৰ দৃষ্টি আঁকৰ্ষণ কৰা সুন্দৰ ডেকা-গাভৰুৰ প্ৰেমৰ সাধুও মানুহে পাহৰি যায়। কিন্তু নিৰলা-শান্তনুৱে পাহৰি যোৱা নাছিল আৰু নেপাহৰিবলৈ নিৰলাৰ কোলালৈ সৰগৰ পৰা নামি আহিছিল এটি দেৱশিশু—এপাহ পাৰিজাত—'নিশান্ত'। অৰ্থহীন এটা নাম হয়তো। কিন্তু যাৰ অৰ্থ আছিল নিৰলা আৰু শান্তনুৰ বাবে স্পষ্ট। চাৰি বছৰ বয়সলৈকে নিশান্তয়ে নিৰলা আৰু শান্তনুৰ মনত প্ৰথম মিলনৰ আৱেশ অনিৰ্বাণ চিৰ নতুন কৰি ৰাখিলে।

কিন্তু তাৰ পিচতে আকাশত ডাৱৰ উঠিল। নীলা পৰ্দাৰ ফাঁকেৰে আগৰ

হবেই এদিন আকাশলৈ চাই নিবলাই দেখিলে আকাশখন ক'লা, বিষৰ দৰে ক'লা হৈ গৈছে। কাৰো ওচৰত কাহানিও হাৰ নমনা শান্তনু কাকতীয়ে আচম্বিতে এদিন নিবলা কাকতীক পৰিত্যাগ কৰাৰ সিদ্ধান্ত লৈ প্ৰিয়ম্বদা ভৌমিকৰ লগত কলিকতালৈ গুচি গ'ল।

প্ৰিয়ম্বদা ভৌমিক আছিল এটা কলিকতীয়া ভ্ৰাম্যমান নাট্য গোষ্ঠীৰ মোহময়ী অভিনেত্ৰী। গুৱাহাটীত অভিনয় কৰিবলৈ আহি শান্তনুক লগ পায়। আৰু কেইদিন-মানৰ ভিতৰতে শান্তনুক জয় কৰি লয়।

যৌৱনৰ দুটা ৰূপ। এটা নিবলা কাকতী। নিষ্কম্প মমৰ শিখাৰ দৰে শান্ত-সুন্দৰ। আৰু আনটো প্ৰিয়ম্বদা ভৌমিক। খৰস্ৰোতা কলস্বিনী পাহাৰী নিজৰা। শিলৰ বুকুত চিটিকি পৰি টুকুৰা টুকুৰ হৈ ভাগি যাবৰ হলেও শিলৰ বুকুত জঁপিয়াই পৰিবলৈ যি এক মুহূৰ্তও বিলম্ব নকৰে। শান্তনুৱে নিবলাকেই চিনিছিল। প্ৰিয়ম্বদাক দেখাৰ পিচত নতুন আৱিষ্কাৰৰ উন্মাদনাই যৌৱনৰ-অনল শান্তনুক উৰাউল শিখা-লেলিহান কৰি তুলিলে। শান্তনুৰ কলিকতাতো এটা ঘৰ আছিল। ব্যৱসায় আছিল। শান্তনু তালৈ গুচি গ'ল। প্ৰিয়ম্বদাৰ পিচে পিচে। নিবলা কাকতীক পৰ্য্যাপ্ত ক্ষতিপূৰণ দিবলৈ শান্তনু প্ৰতিশ্ৰুত হ'ল।

অকণমানি নিশান্তুৰ হাতত ধৰি পিতৃৰ বিৰাট বঙলাটোত প্ৰৱেশ কৰি নিবলা কাকতীয়ে দেখিলে এই বিৰাট পৃথিৱীখনত নিশান্তু আৰু তেওঁৰ বাহিৰে কোনো নাই। এদিন খেয়ালবশতঃ ঘৰটোৰ নীলা পৰ্দাবোৰ গুচাই হৰিদ্ৰাভ পৰ্দাৰ ছেট এটা কিনি আনি লগাই লগাই নিবলাই একেখন আকাশলৈকে চাই ভাবিলে, ফুল আৰু ফাগুন আৰু স্বপ্নৰ ৰঙেৰে মাথোন এই আকাশখন নীলা হোৱা নাই। বৰং তেওঁৰ দৰে পৃথিৱীৰ অধুতজনী নিবলাৰ বেদনাৰ ৰঙেৰেহে আকাশখন নীলা হৈছে। তেওঁ ভাবিলে তেওঁ ভুল কৰিলে। জীৱনৰ খাতাত কোনোৱাই যদি কিবা লিখি থৈ যাব খোজে তেন্তে ফুলৰ আখৰেৰে লিখিবৰ চেষ্টা কৰা বিড়ম্বনা মাত্ৰ। ফুল মৰহি যায়। তুমি যদি কিবা লিখা শিলৰ আখৰেৰে লিখা। নহ'লে একোৱেই নিলিখিবা।

আৰু নিশান্তুৱেই হ'ব নিবলাৰ শিলৰ আখৰ। প্ৰাণান্তক পৰিশ্ৰমেৰে, নিবলাই সঙ্কল্প কৰিলে, নিশান্তুক তেওঁ এই পৃথিৱীত এটা অতুলনীয় স্থানত প্ৰতিষ্ঠিত কৰি যাব। তেওঁৰ স্বৰ্গগত পিতৃৰ যশত সংগতিৰ অভাৱ কোনোদিন নহ'ব। শান্তনুৰ প্ৰতিশ্ৰুত লাখটকাত নিবলাই হাত নিদিলেও হ'ব।

নিবলা নিশান্তু-পৰিব্যাপ্ত হৈ পৰিল। লগতে তেওঁ আৰু এটা কাম কৰিলে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতক নিবলা কাকতীয়ে পঢ়িবলৈ আৰম্ভ কৰিলে। ফলত যি বছৰ নিশান্তুৱে প্ৰথম হৈ তৃতীয় শ্ৰেণীলৈ উঠিল সেই বছৰেই নিবলাই এম-এ পাছ কৰিলে আৰু স্থানীয় ছোৱালী কলেজখনত অধ্যাপিকা স্বৰূপে যোগ দিলে।

নিৰলা কাকতীৰ ভুল হৈ গৈছিল। বহল পৃথিৱীখনত নিশানু আৰু তেওঁৰ বাহিৰেও আৰু মানুহ আছিল। গৈ থাকোতে আমি কেতিয়া কাক নিচেই আপোনকৈ লগ পাই যাওঁ সেয়া আমি ক'ব নোৱাৰো। আৰু এজন মানুহ আছিল যাৰ নাম ডক্টৰ গৌতম বৰুৱা। দ্বিতীয় মহাযুদ্ধৰ কেপ্টেইন চোৰাল্লিছ বছৰ বয়সীয়া ডক্টৰ গৌতম বৰুৱা গুৱাহাটী চহৰৰ খ্যাতনামা ডাক্তৰ। মহাযুদ্ধৰ বিস্ফোৰণত বৰুৱাৰ এখন ভৰি নষ্ট হৈ গৈছিল। আঁঠুৰ ওপৰতে কাটি পেলাব লগা হৈছিল। চিকিৎসা আৰু বিবিধ জন-হিতকৰ কামত পৰিব্যাপ্ত থকা বৰুৱাই ঘৰ সংসাৰ কৰা নাছিল। থোৱা এই মানুহজনৰ ওচৰলৈ উপযাচি কোনো নাৰী আগবাঢ়ি অহা নাছিল আৰু বৰুৱায়ো কাকো ওচৰ চপাই ল'বলৈ যত্ন কৰা নাছিল। কিন্তু, সেয়া এজন ক্ষতাঙ্গ মানুহৰ মনস্তত্ত্বৰ অন্য এক সুদীৰ্ঘ ইতিহাস। ডাক্তৰ বৰুৱাৰ মানৱতাবোধ, অমায়িকতা আৰু উদাৰ মনৰ কথা সৰ্বজন বিদিত।

"মা, ডাক্তৰ খুড়া হেনো মোৰ দেউতা হ'ব?" নিশানুৱে অঙ্ক কৰি থকাৰ পৰা হঠাৎ মুৰ নোতোলাকৈয়ে কৈ উঠিছিল।

আৰু অধ্যাপিকা নিৰলা কাকতীৰ জীৱনৰ নাটকৰ দৃশ্যান্তৰ ঘটিছিল আচম্বিতে।

চিত্ৰাৰ্পিতৰ দৰে হাতৰ কিতাপখন হাততে লৈ বৈ যোৱা মাকলৈ নোচোৱাকৈয়ে আপোন মনে কৈ গৈছিল নিশানুৱে—তেতিয়া হ'লে কিমান মজাৰ হ'ব। সিহঁত একেলগে থাকিব। ডাক্তৰ খুড়া দেউতা হলে তাইক এতিয়াতকৈ নিশ্চয় আৰু বেছি মৰম কৰিব। তাইক অপূৰণ আৰু একোৱেই নেথাকিব। পূৰ্ণ হ'বৰ বাবে অকণমানি নিশানুক কিমানেইবা লাগে।

আৰু এক অজান ভয়ত নিৰলা কাকতীৰ যেন ভয়—ভয় লাগি গৈছিল।

পাপৰ সূত্ৰ নিৰলা কাকতীৰ জনা নাই। যিখিনি জানে সেইখিনি তেওঁ কিয় কুৰি শতিকাৰ কোনেও সম্পূৰ্ণ কৈ মানি ল'ব নোৱাৰে। কিন্তু এটা কথা নিৰলা কাকতীয়ে জানে। মনটোক এটা দুৰ্বলতম মুহূৰ্ততো কাহানিও আসৈ নিদিলেও অৱচেতনত তেওঁৰ মনে অনেকবাৰ অনেক কথা কল্পনা কৰি পেলাইছে।

এটি এটিকৈ বহুতো কথা নিৰলা কাকতীৰ মনলৈ আহিল। নিশানুৰ বেমাৰ হৈছিল। কিবা এটা অদ্ভুত মনত নোবোৱা নামৰ বেমাৰ। প্ৰথম-মান শ্ৰেণীৰ পৰা ক্ৰমাৎ তাই দিনে দিনে শুকাই নিস্তেজ হৈ যাব ধৰিলে। খোৱা-বোৱাত অৰুচি। টোপনি কম। দুই তিনিজন ডাক্তৰৰ ব্যৰ্থতাৰ পিচত ডাক্তৰ গৌতম বৰুৱা আহিছিল।

নিশানুৰ চিকিৎসা ভালেমান দিন চলিল। ডাক্তৰ বৰুৱাই ঔষধ দিছিল। কিন্তু তাতোকৈ বেছি কৰিছিল 'প্ৰাকৃতিক' চিকিৎসা। নিশানুক সঙ্গদান কৰি আনন্দত

বাখি ফুৰাই-চকাই খেলাই বেমাৰৰ কথা তাইক পাহৰাই দি আৰোগ্য কৰি তুলিছিল। ধীৰে ধীৰে নিশানু সম্পূৰ্ণ আৰোগ্য লাভ কৰি আগৰ দৰে হাঁহিবলৈ ধৰিলে। চিকিৎসাৰ এই কালছোৱাত নিশানুৱে ডাক্তৰ বৰুৱাৰ লগত এক বিশেষ ঘনিষ্ঠ সম্বন্ধ পাতি পেলালে। ইমান পৰ্যন্ত হ'ল যে ডাক্তৰ বৰুৱা কেতিয়াবা নাহিলে, নিশানুৱে আনিবলৈ কোৱা কিবা এটা কেতিয়াবা আনিবলৈ পাহৰিলে নিশানুৰ কঠোৰ দণ্ড 'নমতাকৈ থকা'ৰ শাস্তি ভোগ কৰিবলৈ তেওঁ বাধ্য হ'ব লগা হ'ল। আৰু সেই শাস্তিৰ পৰা ৰেহাই পাবলৈ অনেক জৰিমনা ভৰিব লগাত পৰিছিল যুদ্ধক্ষেত্ৰত সৈনিক কেপ্টেন বৰুৱাই।

স্বাভাৱিকতে নিৰলা কাকতী আৰু গৌতম বৰুৱাও অন্তৰঙ্গ হৈ পৰিছিল। অনেক সময় দুয়ো কথা পাতি পাতি কটাই দিছিল। তেওঁলোকে কথা পাতিছিল সাহিত্যৰ, বিজ্ঞানৰ, ৰাজনীতিৰ। কিন্তু ভুলতো তেওঁলোকে কেতিয়াও পতা নাছিল ব্যক্তিগত জীৱনৰ কথা। কিন্তু তেওঁলোক দুয়ো বুজি উঠিছিল, পৰস্পৰৰ প্ৰতি তেওঁলোকৰ অন্তৰত আছিল অপৰিসীম সহানুভূতি। গৌতম বৰুৱাই জানিছিল ধন-ঐশ্বৰ্য, সামাজিক আসন, সন্তান সকলো থকা নিৰলা কাকতীৰ মনোৰাজ্যত আছিল এটা সুগভীৰ হাঁহাকাৰ, মৰম আকুলৰা মনত মানুহৰ মৰমলৈ নিৰন্তৰ ভয়। আৰু তেওঁ ইমান পৰ্যন্ত জানিছিল যে অধ্যাপিকা নিৰলা কাকতীয়ে পয়ঁতা-চোৰালৈ বাঘৰ দৰে ভয় কৰে। নিৰলা কাকতীয়ে জানিছিল এখন ভৰি নথকা গৌতম বৰুৱাই কাৰোবাৰ সামান্য পানী লাগিছে বুলি শুনিলেও পৰ্বত বগাবলৈকো দ্বিধা নকৰে। আৰু তেওঁ হাতত হাতঘড়ি পিন্ধিব নোৱাৰে। হাতত ঘড়ি পিন্ধিলে তেওঁৰ যুৱ কামোৰণি হয় বুলি ডাক্তৰ বৰুৱাৰ দৃঢ় বিশ্বাস। 'এনাৰ্জি' শব্দটোৰ অৰ্থ এনেয়ে তেওঁ মাজে মাজে ডিক্সনেৰীত চায়।

নিৰলা কাকতীয়ে জানিছিল সমাজখনে তেওঁলোকৰ এই সম্বন্ধটো সহজভাৱে ল'ব পৰা নাছিল। সমাজে ল'ব নোৱাৰেহঁ। কিন্তু তেওঁ নেভাবিছিল। একালত সমাজৰ কৰ্মক্ষেত্ৰ বিশাল আছিল। কিন্তু এতিয়া কেৱল বৈধাবৈধৰ বিচাৰতে ই আবদ্ধ। এদিন সিও নোহোৱা হ'ব। যিমান সোনকালে হয় সিমানে ভাল ; কাৰণ দুৰ্বল হৈ শক্তি বৰ্তি থকাতকৈ শক্তি নোহোৱা হৈ যোৱা ভাল। কাৰণ তেতিয়াহে নতুন শক্তিয়ে পোখা মেলে। কিন্তু বৰ্তমানৰ পৰিপ্ৰেক্ষিতত সমাজৰ কথা লৈ মূৰ ঘমোৱা মূৰ্খালি বুলি তেওঁ ভাবিছিল। তেওঁ জানিছিল তুমি যেতিয়ালৈ ঠিক আছা আনে কি কয় কি নকয় তাৰ একো মূল্য নাই। কিন্তু তুমি নিজে যেতিয়া ঠিকে নাই, তেতিয়া কাৰো চাৰ্টিফিকেট, কাৰো ফুলৰ মালাই তোমাক একো উপকাৰ নকৰে।

কিন্তু নিশানুৰ প্ৰশ্নত নিৰলা কাকতীৰ চমক ভাগি গ'ল। তেওঁ বুজি উঠিল যে

শেষ ঘণ্টা মৰা হৈ গৈছে। পৰীক্ষা আৰম্ভ হৈ গৈছে। এতিয়া পৰীক্ষা নিদি গুচাই যোৱা মানেই ফেল বুলি গণ্য হোৱা। তাতোকৈ পৰীক্ষা দি নাগিলে ফেল কৰাই জ্ঞানীৰ কাম। এটা মুহূৰ্তত যেন তেওঁৰ অৱচেতনাৰ দুৱাৰ মেল খাই গ'ল। চেতনাৱচেতনা একাকাৰ হৈ গ'ল। অধ্যাপিকা নিৰলা কাকতীয়ে নিজক ফাঁকি দিবলৈ শিকা নাই কোনোদিন।

নিশাহুক এই বাবেই তেওঁ একো ক'ব নোৱাৰিলে। মৃদু ধমক এটাও দিব নোৱাৰিলে।

কিন্তু সেইদিনাই সন্ধ্যা ডাক্তৰ গৌতম বৰুৱাক তেওঁ স্পষ্ট ভাষাত এখাৰ কথা সুধি পেলালে—তেওঁ, নিশাহু আৰু ডাক্তৰ বৰুৱা এই তিনিওৰ সম্বন্ধটো ডাক্তৰ বৰুৱাই কেনে অৰ্থত লয় আৰু আগলৈকো কেনে ৰূপত থকাটো তেওঁ বিচাৰে?

নিৰলা কাকতীৰ প্ৰশ্নটোৰ শব্দবোৰত যিয়েই নেথাকক তাৰ সুৰটো বুজাত ডাক্তৰ গৌতম বৰুৱাৰ অকণো ভুল হোৱা নাছিল। তেতিয়াই তেওঁ একো উত্তৰ নিদিলে। খন্তেক মাথোন নিৰলাৰ সক এজনী ছোৱালীৰ দৰে লগা অনবদ্য মুখখনলৈ চাই থাকি সেইদিনাৰ কাৰণে বিদায় লৈ গ'লগৈ। পিচদিনা পুৱা শান্তনু কাকতীৰ চিঠি অহাৰ দিনাই—ঘৰৰ বনকৰা ল'ৰাটোৰ হাতত এখন চিঠি দি পঠালে।

—তাৰো প্ৰায় এসপ্তাহ আগতে নিৰলা কাকতীয়ে শান্তনু কাকতীৰ পৰা আন এখন চিঠি পাইছিল।

শান্তনু কাকতীয়ে কলিকতা মহানগৰীত প্ৰিয়ম্বদা ভৌমিকৰ লগত প্ৰায় দুটা বছৰ নিৰুদ্দেশ যৌৱনৰ উত্তাল তৰঙ্গত উটি-ভাঁহি কটালে। তাৰ পিচত ধীৰে ধীৰে তেওঁৰ চকুৰ আগৰ পৰা এখন পৰ্দা অদৃশ্য হাতেৰে আঁতৰাই ধৰা হ'ল। শান্তনু কাকতীয়ে আৱিষ্কাৰ কৰিলে যে তেওঁৰ দুৰ্বলতাৰ সুযোগ লৈ এটা সুপৰিকল্পিত ষড়যন্ত্ৰ চলিছে। ইতিমধ্যে তেওঁৰ হাতৰ পৰা অৰ্দ্ধলক্ষ টকা গৈ প্ৰিয়ম্বদাৰ পুঁজিত জমা হৈছে। প্ৰিয়ম্বদাইতৰ এটা সুগঠিত দল আছে। দলৰ প্ৰিয়ম্বদা আজ্ঞাবহ সভ্যা মাত্ৰ। এতিয়া সিহঁতে এজন কোটিপতি নবাব আনি প্ৰিয়ম্বদাৰ জালত প্ৰায় পেলাইছেহি আৰু সেই অৰ্থেই বস কৰি অহা শান্তনু কাকতীক বিদুৰ কৰাৰ চেষ্টাত আছে। ভালে ভালে আঁতৰি নপৰিলে অপদস্থ হোৱাৰ, আনকি কেতিয়াবা জীৱনো বিপন্ন হোৱাৰ সম্ভাবনা দেখাৰ পিচত শান্তনু কাকতীৰ সুবুদ্ধিৰ উদয় হ'ল। আৰু তেওঁ আহি গুৱাহাটী পালেহি।

গুৱাহাটী পায় তেওঁ নিৰলা কাকতীক লগ ধৰিবলৈ যত্ন কৰিলে। নিৰলাই কথা নেপাতিলে। মাথোন শান্তনুৱে দেখিলে বয়স, সংযম আৰু সাধনাই নিৰলাক কৰি তুলিছে কোনোবা মহাকাব্যৰ দেৱীমূৰ্তিৰ দৰে অনিৰ্বচনীয়। এদিন শান্তনু কাকতীয়ে

লগ ধৰিছে বাটত নিশাহুক। কিন্তু নিশাহুৱে তেওঁক দেউতা বুলি মতা হুবৰ কথা চিনিকে নেপালে। অপৰিচিতৰ ভয়ত তাইৰ অকণমানি মুখখন হৈ উঠিল বিবৰ্ণ।

আৰু শান্তনুৰ নিদ্ৰাগ্ৰস্ত পিতৃ-আত্মা প্ৰেমিক-আত্মা আহত সজাগ হৈ উঠিল। এসপ্তাহৰ ভিতৰতে নিৰলা কাকতীয়ে শান্তনু কাকতীৰ পৰা অগা-পিচাকৈ দুখন চিঠি পালে। এখনত স্বীকাৰোক্তি আৰু অনুতাপ। আনখনত আকুল মিনতি।

"অতীতৰ কথাবোৰ এবাৰ মনত পেলোৱা।"

কিন্তু অতীতকৈ বৰ্তমানৰ মূল্য মানৱ জীৱনত সদায়েই বেছি। বৰ্তমান ভৱিষ্যতৰ নিৰঙ্কুশ প্ৰতিশ্ৰুতি।

নিৰলা কাকতীয়ে ডাক্তৰ বৰুৱাৰ চিঠিখন আকৌ এবাৰ গভীৰ মনোযোগেৰে পঢ়ি চালে।

শ্ৰদ্ধেয়া কাকতী,

আপোনাৰ প্ৰশ্নটো মোৰ ওচৰত অকণ মানো অস্পষ্ট নহয়। এই প্ৰশ্ন অসংখ্যবাৰ মই নিজে মোক সুধিছো। সহুত্তৰো মোৰ ওচৰত আছে। আপোনাক মই সদায়েই নিশাহুৰ মা হিচাপে চোৱাৰ প্ৰয়াস কৰি আহিছো। আৰু সেই দৃষ্টিৰ পৰা আপুনি মোৰ, আমাৰ সকলোৰে শ্ৰদ্ধাৰ পাত্ৰী। মোৰ বিশ্বাস মই কেতিয়াও জ্ঞানতঃ এই ক্ষেত্ৰত আপুনি ক্ষুণ্ন হ'ব লগা একো নাই কৰা।

কিন্তু আমি কিমানৰ মাহুহ। কত কথাই জীৱনত আমাক অসহায় কৰি যায়। এদিন নিশাহুৱে অকস্মাৎ মোক এটা অদ্ভুত প্ৰশ্ন কৰি পেলাইছিল—"ডাক্তৰ খুড়া, তুমি বোলে মোৰ দেউতা হ'বা?" তাইৰ লগৰ কোনোবা ছোৱালীয়ে তাইক হেনো কৈছে। মোক ক্ষমা কৰিব, আৰু মই নেভাবি থাকিব পৰা নাছিলো।

মা দেউতা কোনোৱেই মোৰ নাই। আত্মীয়-পৰিজনৰ অৱস্থাও তথৈবচ। যি দুই এক আছিল তেওঁলোকো অশিক্ষিত, স্বাৰ্থান্ধ। অনাথ মোক কেৱে আশ্ৰয় নিদিলে। গাৱঁৰ এল-পি স্কুলৰ শিক্ষক 'ছাৰে' মোক আশ্ৰয় দিছিল। ছাৰো আজি নাই। ছাৰৰ চেষ্টাতে দেউতাৰ ইন্সিওৰেন্সৰ টকা অলপ পাই তাৰেই পঢ়ি শুনি ডাক্তৰ হৈ এদিন যুদ্ধত যোগ দিছিলো। তাৰ পিচত মোৰ অৱস্থাতো জানেই। এটা কৃতাজ মাহুহ। এজনী ছোৱালী বিয়া কৰি এখন সংসাৰ পতাৰ চেষ্টা কৰাৰ নৈতিক সাহস মোৰ নাই। সেয়ে মোৰ ব্যৱসায়কে মোৰ জীৱন হিচাপে লৈ কালাতিপাত কৰাৰ সংকল্প গ্ৰহণ কৰিছিলো।

কিন্তু নিশাহুৱে সব খেলিমেলি কৰি দিলে। নিশাহুৰ কথা মনত পৰিলেই বুকুখন মোৰ কেনেবা কৰি উঠে। এই জনমত নহ'লেও কোনোবা জনমত নিশাহু নিশ্চয় মোৰ অতি আপোনজন আছিল। অন্ত ধৰণে নিশাহুৰ কথা নহ'লে মই কিয়

ভাবিব নোৱাৰিলোহেঁতেন। আৰু এই ধাৰণাতে অৱশ্যম্ভাৱী ফলস্বৰূপে কেতিয়াবা দুৰ্বল মুহূৰ্তত ভাবি পেলাওঁ—আপুনি আৰু মই—দুটি একেই নিঃসঙ্গ আত্মা, দুটি মন, দুই প্ৰাণ—যদি পৰস্পৰৰ সঙ্গী হৈ যাব পাৰিলোহেঁতেন। যদি নিশানুৱে মোক······ কিন্তু ক্ষমা কৰিব কাকতী, এয়া মোৰ অন্যায়, মোৰ দুৰ্বলতা। মই জানো, এনেকৈ ভবাৰো কোনো অধিকাৰ মোৰ নাই। আপুনি মোক ক্ষমা কৰিব।

আৰু নিলিখো কাকতী। মোৰ অশেষ শ্ৰদ্ধা আৰু কৃতজ্ঞতা জানিব। একো নোপোৱা জীৱনত অকণমান মই পাইছো। নিশানু আৰু আপোনাৰ সান্নিধ্য মোৰ বাবে ঈশ্বৰৰ নিজহাতে দিয়া উপহাৰ। ইয়াৰ পৰা যেন মই বঞ্চিত নহওঁ। বাকীবোৰ এক দুৰ্বল মানুহৰ অৰ্থহীন কথা বুলি পাহৰি পেলাব। ইতি—

গৌতম বৰুৱা।

নিশাটো নিজম। নিঃসাৰ। নাই, ক'তো এটা পতঙ্গয়ো মাতা নাই। পৰিপূৰ্ণ নৈঃশব্দৰ নিশা। নিবলা কাকতী বাৰাণ্ডালৈ ওলাই আহিল। অনেক জোনাক। মৌন-মুখৰ জোনাক। নিসৰ্গৰ কোণে কোণে। হঠাৎ নিবলাৰ এনে লাগিল যেন জোনাকবোৰে কথা কৈছে। বহুত নবুজা কথা অব্যক্ত ভাষাৰ। দূৰত এটা উল্কা খহি পৰিল। উজ্জ্বল নীলা। উল্কাটো হুমাই গ'ল। নিবলাই আকাশৰ বুকুত উল্কাটোৰ কিবা চিন থাকি গ'ল নেকি চালে। নাই। আকাশৰ বহল বুকুত খহি যোৱা উল্কাৰ দাগ নথকাই ভাল কথা হৈছে। আকাশ নক্ষত্ৰৰ বাবে। তেওঁ নক্ষত্ৰবোৰলৈ চালে। তেওঁ দেখিলে যেন প্ৰত্যেকটো তৰাই তেওঁলৈ একে থিৰে চাই আছে। যেন সিহঁত বহুত ওচৰ চাপি আহিছে।

নিবলা ভিতৰ সোমাই আহিল। নিশানু শুই আছে। প্ৰশান্তি।

নিবলাই আকৌ বহি এইবাৰ নিঃসঙ্কোচে লিখি পেলালে—

শ্ৰদ্ধাস্পদেষু,

নিশানুৰ একান্ত ইচ্ছা আপোনাক দেউতা বোলে। ময়ো উপলব্ধি কৰিছো সেয়াই হোৱা ভাল। উচিত। বাস্তৱ। মোৰ আপত্তি নাই। আপোনাৰ সিদ্ধান্ত জনাব।

আৰু এটা কথা। জীৱনত কোনোদিন আৰু মোৰ আগত কৃতজ্ঞ শব্দটো উচ্চাৰণ নকৰিব। সেৱাৰে। ইতি—

নিবলা কাকতী।

চিঠিখন বন্ধ কৰি নিবলা কাকতীয়ে বিচনাত শুই লাইটটো নুমুৱাই নিশানুক বুকুত সুমুৱাই ললে। নিশানুৱে টোপনিতে কিবা এটা কৈ উঠিল। তাই কি ক'লে নিবলা কাকতীয়ে বুজিব নোৱাৰিলে।

# বৰ্জা

বাইজৰ স্মৃতি। যেনিবা ফুটুকাৰ ফেন। এই আছে, এই নাই। সেইবোৰ কথা এতিয়া আৰু কাৰো মনত নাই। যেন জন্মান্তৰৰ কথা। কোনোবা জনমত সেইবোৰ ঘটিছিল। এতিয়া জন্মান্তৰত তেওঁ আছে। বাকী মানুহবোৰ নাই। বেলেগ বেলেগ ঠাইত হয়তো বাকী মানুহবোৰৰ জন্ম হৈছে। বদৰ চাহাবৰ কথা কাৰো মনত নাই। তেওঁৰ নিজৰেই মনত নেথাকে। কাৰণ বৰ বেয়া ধৰণে তেওঁ আজি-কালি ব্যস্ত হৈ পৰিল। ব্যস্ত নদীত বৰ নাও যোৱাৰে চিন-চকৰ নেথাকে। গুটি-নায়ৰ কি দাগ ৰ'ব। সময় বৰ ব্যস্ত নৈ।

যোৱা নিশা যদি সেই ঘটনাটো নঘটিলেহেঁতেন তেওঁৰ নিজৰো মনত নপৰিলে-হেঁতেন। সাধাৰণতে এনেকুৱা টুকুটাকু কথাবোৰ তেওঁ গমেই নাপায়। দূৰৰ ঢৌ দূৰতে মাৰ যায়। সংসাৰ যথেষ্ট বৃহৎ হ'ল। আঢ়ৈপুৰা মাটিৰ চৌহদৰ ভিতৰত তিনিটা ডাঙৰ ডাঙৰ ঘৰ। চাকৰ নাকৰৰ ঘৰ, গোহালি, ভড়াল, সেইবোৰ বাদ। মাজৰ সব-ডাঙৰ ঘৰটোত সৰু দুটা ল'ৰা লৈ তেওঁ নিজে থাকে। বাকী দুটা ঘৰ ডাঙৰ ল'ৰা দুটাই সজাই লৈছে। ডাঙৰটো ল'ৰা আয়কৰ বিভাগৰ চুপৰিণ্টেণ্ডেণ্ট। ছোৱালী কলেজ পাইছেগৈ। ডাঙৰ-মাজু ল'ৰা পুলিছৰ ডি এচ-পি। ল'ৰাই অহাবাৰ মেট্ৰিক দিব। সৰু-মাজু ল'ৰা ইঞ্জিনিয়াৰ। গড়কাপ্তানি বিভাগৰ এচ-ডি-অ হৈছে। বিয়া কৰোৱা নাই। বাপেকৰ লগত থাকে। সৰু ল'ৰাই কনট্ৰেক্ট আৰু ৰাজনীতি একেলগে চলাই আছে। শেষলৈ কোনটোত ৰয়গৈ এতিয়াই ক'ব নোৱাৰি। ৰাজনীতিতে সম্ভৱ ৰ'বগৈ। কাৰণ ইতিমধ্যে দুবাৰ দল সলাইছে। গতিকে ভাৰতীয় ৰাজনীতিত পাৰিব। বাপেকৰ লগত থাকে। বৃহৎ চোতালখনত ৰাতি জোনৰ পোহৰত চাৰিখন গাড়ী চিক্‌চিকাই থাকে। একেবাৰে সৰু দুজনী ছোৱালী বিয়া দিয়া হৈ গৈছে। ডাঙৰ জোঁৱাই এখন চৰকাৰী কলেজৰ প্ৰফেচাৰ। সৰু-জোঁৱাই এচ-ডি-চি। গতিকে গাড়ী কেতিয়াবা ছখন চিকচিকায়। চিক্‌চিকাবলৈকে হ'বলা তেওঁলোকে গেৰেজ বনোৱা নাই। আৰু এখন ৰাজত্বৰ দৰে সংসাৰৰ জ্যেষ্ঠজন বদৰ চাহাব। বদৰ চাহাবৰ ঠিক তেনেকুৱা এটা ব্যক্তিত্বও আছে যেনেকুৱা ব্যক্তিত্বৰ আগত জবৰজং পুলিচ অফিচাৰ ডাঙৰ-মাজু ল'ৰা লতিফেও অনবৰত কাঢ়া হেড্‌ মাষ্টৰৰ আগত চতুৰ্থ শ্ৰেণীৰ অলপ

ধতুৱা ছাত্ৰৰ দৰে ভিতৰি ভিতৰি ঘামি থাকে। গতিকে বদৰ চাহাবে কাঁহ এটা মাৰিলে সেইয়া সঁচাই কাঁহ নে কিবা শাসন, বা অনুশাসন বা সংকেত জানিবলৈ অনেক তৎপৰ হৈ উঠে।

ঘটনাটো ডাঙৰ নহয়। বৰং সকলোৱেই বুলিব পাৰি। কাৰণ এনে এখন সংসাৰত তেনে ঘটনা ঘটাটো স্বাভাৱিক। নঘটাটোহে অঘটন। বদৰ চাহাবে ঈছাৰ নামাজ পঢ়ি মচজিদৰপৰা ঘৰলৈ আহিছিল। গৰমৰ দিন। নামাজৰ পিছতে কথাটো ওলাইছিল। কোনোবা এজনে ধেমালি কৰি মচজিদৰ সম্পাদকক কৈছিল, ফেন ডুখনমান লগাই দিব লাগে। কেবাজনেও হয়ভৰ দিছিল। এৰা, ঘামেই মচিবা নে আল্লাহক ভাবিবা। কথা সিমানেই। তেনেকুৱা কথা ওলায়। কোনেও গুৰুত্ব নিদিয়ে। হেজাৰ বাৰ-শ টকাৰ কথা। লাগ, বুলিলেই হ'লনে। মচজিদ ফাণ্ডত টকা আছে কেইটা। গতিকে চিন্তা-বিলাস। বদৰ চাহেবে শুনিছিল। একো কোৱা নাছিল। কিন্তু মনে তেওঁ এটা সিদ্ধান্ত কৰি পেলাইছিল। আৰু বাহিৰে বাহিৰে বৰপুত্ৰ ৰচিদৰ ঘৰত সোমাইছিল। গৰমে গৰমে তাক কথা এষাৰ কৈ আহিব। সি মচজিদত ডুখন ফেন লগোৱাই দিয়ক। তেওঁ জানে তেওঁ নিজে গৈ ক'লে ৰছিদে হয়তো ৰাতিয়েই কোনোবা প্ৰতিষ্ঠানলৈ ফোন কৰি দি কামটো পকা কৰি পেলাব। কাইলৈ ফেন আহিবই।

কিন্তু বাৰাণ্ডাত উঠি মাত দিবলৈ গৈয়ো বদৰ চাহাব ৰৈ গ'ল। ৰৈ যাব লগা হ'ল। তেওঁ শুনিলে, বেছ উত্তেজিত কণ্ঠে ৰচিদে কাৰোবাক কৈছে—তই কান্দিছ কিয় ? ইয়াত কান্দিবৰ কিটো আছে। মই যিটো সঁচা, যিটো উচিত, সম্ভৱ তাকেহে কৈছোঁ। তই কলেজত পঢ়িছ। তই নিজে ভাবি চাব লাগে।

নাতিনীয়েক লীনাৰ স্পষ্ট উচুপনিৰ শব্দ বদৰ চাহাবৰ কাণত পৰিল। তেওঁ উৎকৰ্ণ হৈ ৰৈ থাকিল। এটা অনুচিত কাম কৰা হৈছে বুলি এবাৰো তেওঁৰ মনত নেখেলালে। এইবাৰ তেওঁ শুনিলে, লীনাৰ মাক আয়েচাই কৈছে আপুনি মিছাতে অকণমানতে বেছি বিহ্বল হৈ পৰে। তাই আমজাদৰ গাড়ীত কলেজৰপৰা ঘৰলৈ আহিল বুলিলেই আপুনি ইমান অধৈৰ্য কিয় হৈছে মই বুজিব পৰা নাই।

—মই বিহ্বল অধৈৰ্য হোৱা নাই, আয়েচা। মই ভাবি চাইছোঁ। মই সকলো গম পাইছোঁ। মোতকৈ বেছি গম পাইছে লতিফে। সি পুলিছৰ মানুহ ! নেদেখা দেখে। নুশুনা শুনে। ইহঁত বহু দূৰ আগবাঢ়িছে। তুমিটো জানা আয়েচা, আমজাদ কাৰ ল'ৰা !

হেমিদ উকিলৰ ল'ৰা। নিজে ডাক্তৰ। ভাল ডাক্তৰ। সিবাৰ আবাৰ অসুখত দেখিছোঁ নহয়। আপুনি কিহতনো বেয়া দেখিছে ? তেওঁ লোকৰ পৰিয়ালো ভাল। পুৰণি মানুহ।

—ভাল মানুহ। পুৰণি মানুহ। সঁচা কথা আয়েচা। কিন্তু হেমিদ উকিলে পুতেকলৈ ছোৱালী খুজিবলৈ তোমাৰ ঘৰলৈ নাহে। আৰু মই ছোৱালী যাচি দিবলৈ তেওঁ-লোকৰ ঘৰলৈ যাবলৈ তুমি মোক ক'বা জানো! আল্লাহৰ ফজলত মোৰ ছোৱালীটো ঘৰে ঘৰে ফেৰি কৰিবলগীয়া নহয়।

—আপুনি যাব নেলাগে, কিয় যাব। কিন্তু তেওঁলোক নাহিব কিয়?

—নাহে। কিয় সুধিবা।

—যদি আহে?

—যদি আহে!

বদৰ চাহাব পদুলি পাইছিলহি। এতিয়া এই মুহূৰ্তত বচিদৰ মুখা-মুখি হোৱাৰ সাহস আৰু ক্ষমতা দুয়োটাই তেওঁৰ নাছিল। এটা নামহীন ভয়, এটা অকাৰণ অপৰাধ-বোধত তেওঁৰ নিজকে বৰ দুৰ্বল বৰ অসহায় যেন লাগিছিল।

থাবৰ তেওঁৰ মন নগ'ল। নিশা তেওঁৰ টোপনিও নাহিল। বদৰ চাহাবৰ বয়স তিনিকুৰি দহ পাৰ হৈ গৈছে। কিন্তু এতিয়াও তেওঁ এটা নতুন নাহৰ পুলিৰ দৰে টনটনীয়া। ভাগৰ নেলাগে। খাব পাৰে। শুব পাৰে। চচ্‌মা নিপিন্ধে। কিন্তু আজি হঠাৎ তেওঁৰ ভাগৰ লাগিল। হঠাৎ তেওঁৰ গাটো গধুৰ হৈ গ'ল। হঠাৎ তেওঁ অনুভৱ কৰিলে বহুত দিন, উচিততকৈ বহুত বেছি দিন তেওঁ এইখন পৃথিৱীত বাস কৰিছে। অনেক সলনি হৈয়ো পৃথিৱীখন খুব বেছি সলনি হোৱা নাই। তেওঁ যেন বেয়াকৈ ধৰা পৰি যাব পুৰণি পৃথিৱীখনত। বদৰ চাহাবৰ বৰ ভয় লাগিল।

তেওঁ মনত পেলালে। যোৱা বহু বছৰ ধৰি তেওঁতো বহুত কিবা-কিবি কৰিলে। বহুত কিবা-কিবি। তেওঁ মনত পেলাবলৈ যত্ন কৰিলে।

স্থানীয় স্কুলখন তেওঁৰে পতা বুলি ক'ব পাৰি। মৰো-মৰো স্কুল এখনে আগৰেপৰা আছিল। ভাল স্কুল এখন লাগে। স্কুলখন ভাল কৰিব লাগে। বাইজে কাম হাতত ল'লে। বদৰ চাহাব উদ্যোক্তা সকলৰ অন্যতম। উন্নয়ন কমিটিৰ সভাপতি। তেওঁ প্ৰায় অকলে দহ-হাজাৰ টকা তুলি দিলে। নগৰৰ প্ৰতিজন ধনী ব্যৱসায়ীৰ ওচৰলৈ তেওঁ গ'ল টেক্সচুপাৰ বছিদৰ বাপেক ৰূপে। প্ৰতিজন সন্দেহজনকভাৱে সম্পদ-প্ৰতিপত্তিৰ গৰাকীৰ ওচৰলৈ গ'ল ডি-এছ-পি লতিফৰ বাপেক ৰূপে। প্ৰতিজন কণ্ট্ৰেক্টৰৰ ওচৰলৈ গ'ল পি-ডব্লিউ-ডিৰ এচ-ডি-ও চাদিকৰ বাপেক ৰূপে। আৰু চৰকাৰ আৰু মন্ত্ৰী আৰু ৰাজনৈতিক যশলীপ্সুৰ ওচৰলৈ গ'ল উদীয়মান ৰাজনৈতিক নেতা চামাদৰ বাপেক হিচাপে। এশ দুশ-পাঁচশ এহেজাৰ পৰ্যন্ত দিয়া প্ৰতিজন মানুহেই আগত অথবা পিচত বদৰ চাহাবৰ ওচৰলৈ আহিছিল কিবা নহয় কিবা একোষাৰ কথা পুতেকক কৈ দিবলৈ। বদৰ চাহাবে কৈ দিছিল। বিপদত পৰা মানুহক ৰক্ষা

কথাটো এটা ভাল কাম। লাখ টকা অসৎ উপায়ে আত্মসাৎ কৰিবলৈ লৈ ধৰা পৰি গ'লেওতো বিপদতে পৰা যায়। তেতিয়া তেনে এজন মানুহক ৰক্ষা কৰাটো কিয় বেয়া কাম হ'ব। আৰু তাৰপৰা যদি ব্যক্তিগত উপকাৰো হয়।

সেই কাৰণেই তেওঁ সৰু-মইনাৰ ডাঙৰটো পুতেককো ৰক্ষা কৰি দিছিল। সি এটা ভাল চোৰ। মাজে মাজে চৰকাৰী ভাতো খাই থাকে। এবাৰ এঘৰত পোলা কাটি সোমাওঁতে ধৰিলে গৰা মাৰি গিৰিহঁতে। উপায় নাপাই সিও দিলে কটাৰী বহুৱাই বুকুতে। সিও বাচি গ'ল। সি সেইদিনা সত্তৰ মাইল দূৰত থকাটো অকাট্যভাৱে প্ৰমাণিত হ'ল। সৰ-মইনাই পিছত অৱশ্যে তিনি-ডৰা পথাৰৰ মাটি বদৰ চাহাবক বিক্ৰী কৰিছিল। লিখা-পঢ়া কৰোঁতে লিখা হ'লেও দামটো সি লোৱা নাছিল।

তিনিথন গাঁৱৰ সিফালৰ চুলেমানৰ পুতেক মনোৱাৰ এদিন ওলালহি। তাৰ নানায়েক হেনো বদৰ চাহাবৰ পৰিবাৰৰ দূৰ সম্পৰ্কীয় মোমায়েকৰ খুলশালীয়েক হয়। দুদিন খাই-বই থাকি টাউনত চিনেমা-টিনেমা চাই যিটো কথা সি ক'লে, তাৰ সাৰাংশ হ'ল সি মেট্ৰিক পাচ কৰি এনেয়ে বহি আছে। গাঁৱৰে এল-পি স্কুলখনত এটা চাকৰি খালী হৈছে। নানাই যদি কিবা এটা কৰি দিয়ে। বদৰ চাহাবে কৰি দিছিল। কেনেকৈ জনা নাযায়। কিন্তু মনোৱাৰে কামটো পাই গৈছিল। এনেকৈ আজি-কালি এল-পি স্কুলৰ মাষ্টৰ কাম পাবৰ হ'লে অতি কমেও এহেজাৰ টকা খৰছ কৰিব লাগে বুলি শুনা যায়। মনোৱাৰৰ নালাগিল। এতিয়া দৰমহাৰ দিনা টাউনলৈ সি চিনেমা চাবলৈ আহে। আহোঁতে মাছটো, দৈৰ টেকেলীটো নানালৈ লৈ আহে। অলপতে বিয়াও পাতিলে। বদৰ চাহাবক সি একেবাৰে নিকাহৰ উকিল কৰিহে এৰিল।

আত্মীয়-অনাত্মীয় প্ৰায় সকলোকে বদৰ চাহাবে সহায় কৰি থৈছে। সময়ত উপযাচি। সময়ত অনুৰোধ অনুসৰি। কেতিয়াবা টকা-পইছাৰে। কেতিয়াবা অন্য ধৰণেৰে। বেয়া ভাষাত ক'বৰ হ'লে বদৰ চাহাবে অঞ্চলটোৰ বেছিভাগ মানুহকে কিনি থৈছে। সেই কাৰণেই অঞ্চলটোৰ বিভিন্ন প্ৰসংগত সকলো মানুহে যেতিয়া কথা কয় তেতিয়া বদৰ চাহাব মনে মনে থাকে। কিন্তু বদৰ চাহাবে যেতিয়া কিবা কয় তাৰ পিছত কিন্তু কোনেও আৰু একো নকয়। কাইলৈ যদি যি কোনো এটা নিৰ্বাচন হয় এজন মানুহৰ ওচৰলৈ প্ৰাৰ্থী যাব লাগিব। আৰু বিজয়ী প্ৰাৰ্থীয়ে নিৰ্বাচনৰ পিছত এজন মানুহক সন্তুষ্ট কৰি ৰাখিব লাগিব। সেই মানুহজন বদৰ চাহাব।

তেওঁ ভাবিছিল। এটা এটাকৈ কত কথা তেওঁৰ মনত পৰিছিল। আকৌ এবাৰ তেওঁৰ লীনা আৰু আমজাদৰ কথা মনত পৰিল। তেওঁ উপলব্ধি কৰিলে, কথা

ইমানতে শেষ নহ'ব। শেষত তেওঁ হৃদ্‌কেপ কৰিবলগা এটা অৱস্থা হ'ব। তেতিয়া বাক তেওঁ কি কৰিব?

আচৰিত ধৰণে তেওঁৰ মনত কেতিয়াও নেখেলোৱা এটা কথা খেলাই গ'ল। তেওঁ কি কৰিব? ইমান দিন তেওঁ যি কৰি আছিছে তাকেই কৰিব। জীৱন জুৰি কৰি অহা নাটকৰ শেষ দৃশ্যৰ অৱতাৰণা কৰিব। জীৱনৰ একো একোটা বিশেষ মুহূৰ্ত্তত্তহে মানুহে বোধহয় নিজৰ আচল ৰূপটো নিজে স্বীকাৰ কৰি লয়। অন্যথাই নিজকো মানুহে ফাঁকি দিয়ে থাকে।

কোনেও নাজানিলেও তেওঁ জানে, আজিৰ এই তেওঁৰ প্ৰতিপত্তি প্ৰতাপ, স্বচ্ছলতা, মান-ইজ্জত, এই বিৰাট ইমাৰত—এক প্ৰবঞ্চনা, এক জুৱাচুৰী, এক বিৰাট ফাঁকিৰ বুনিয়াদৰ ওপৰত থাবা কৰা হৈছে। পুত্ৰ-জোঁৱাই সকলো তেওঁ মনোমতকৈ গঢ়ি তুলিছে এক অন্যায় উপাৰ্জনৰ আহাৰ-পানী খুৱায়। অন্যায়? অন্যায় জানো? যুগধৰ্ম জানো অন্যায়? নতুন ন্যায়ৰ প্ৰতিষ্ঠা হ'বৰ হ'লে প্ৰথমে জানো যুগ, যুগধৰ্ম, যুগৰ মূল্যবোধৰ সলনি হ'ব নালাগিব? ফুলৰ থোপা হাতত লৈ যুদ্ধ জানো হয়? যি যুগত ধৰ্মও বেপাৰৰ বস্তু সেই যুগত নৈতিকতাৰ ফেন খাই ভিখাৰী হৈ মৰাটো চৰম মূৰ্খামীৰ বাহিৰে আন একো নহয়।

কোনেও নাজানে। কিন্তু হেমিদ উকিল্ল জানে। কাৰণ হেমিদ উকিলৰ বাপেক হাচিমুৰে জানিছিল। অৱশ্যে বহুত পলমকৈ জানিছিল। হাচিমুৰ আছিল কাৰবাৰী মানুহ। নানান ব্যৱসায়। জাহাজেৰে মাল আনি নানান ঠাইত যোগান ধৰিছিল। জাহাজ ঘাটৰপৰা বাতি বাতি গৰু গাড়ীৰে সেই মাল অনা হৈছিল্ল। হাচিমুৰৰ তেনে এখন গাড়ীৰে গাৰোৱান আছিল বদৰ। তেতিয়া চঞ্চল ডেকা সন্মুখত বাঘ ওলালেও বুকু নকঁপে। প্ৰকাণ্ড মণিপুৰীয়া গৰুহালেৰে বদৰৰ গাড়ী বিখ্যাত। বদৰে সোনকালেই জানিছিল যে গাড়ীৰে সি কেৱল নিমাখিত নিৰামিষ মালেই নকঢ়িয়ায়। নিৰ্দিষ্ট দিনত তাৰ মাজত কানিৰ টোপোলা আহে। যিদিনা আহে সেইদিনা হাচি-মুৰ চটফটাই থাকে। সেয়াই হাচিমুৰৰ ঐশ্বৰ্যৰ আলাদ্দিনৰ চাকি। বদৰে চোতে থৰ মাৰিলে। ছেগ চাই চাপৰি বজালে। কৌশলেৰে সেই নিষিদ্ধ টোপোলাৰপৰা এথামোচ-দুথামোচ কানি চুৰি কৰি নিজৰ খোচোনাত ভৰোৱা আৰম্ভ কৰিলে। আৰু অলপ অলপকৈ এক বিৰাট পৰিমাণৰ ধন সঞ্চয় কৰি পেলালে। বহুত দিনৰ মূৰত, কেবা বছৰৰ মূৰত যেতিয়া হাচিমুৰে ঘটনাটো আৱিষ্কাৰ কৰিলে তেতিয়া বদৰ তেওঁৰ মালিকক বুঢ়া আঙুলি দেখুৱাই দিবপৰা অৱস্থাত। হাচিমুৰে কামৰপৰা বিদায় দিয়াৰ বাহিৰে আন একো কৰাৰ উপায় তেওঁৰ নাছিল।

সেই বদৰ সময়ত বদৰ চাহাব হ'ল। একালৰ বৃন্দাবন একালত চন্দ্‌পৰে।

চন্‌পৰা মাটিতে বৃন্দাবন হয়। ধনে কি কৰিব নোৱাৰে। ধনে সমাজৰ মগজুও নিয়ন্ত্ৰণ কৰিব পাৰে।

বদৰ চাহাবে জানে হেমিদ উকিলে পুতেকলৈ তেওঁলোকৰে একালৰ গাবোৱানৰ নাতিনীয়েকক নোখোজে। গণতান্ত্ৰিক প্ৰশাসন আৰু গণতান্ত্ৰিক মন এক্‌ৰে বস্তু নহয়। সাম্যৰ ধৰ্ম ইছলামতে বোধহয় অতি বেছি শ্ৰেণী সচেতন মুছলমান আছে। বদৰ চাহাবৰ মনত পৰিল তেওঁ মচজিদ কমিটিৰ সভাপতি হোৱাৰ পিছৰপৰাই হেমিদ উকিলে মচজিদত জুম্মাও পঢ়িবলৈ অহা নাই। তেওঁৰ গাত যেন একেলগে অজস্ৰ কাঁইটে ফুটিলে। গোটেই অঞ্চলত সেই এটা পৰিয়াল অতি পুৰণি অতি খাণ্ডানী বুলি জনাজাত। বদৰ চাহাবৰ পৰিয়ালটো আজি যিয়েই নহওক অন্ততঃ হেমিদ উকিলৰ পৰিয়ালৰ মনত অস্পৃশ্য। তেজৰ দাগ মচা যোৱা নাই। যাব যদি তেজ মিহলি হৈ যায়। হেমিদ উকিলৰ এই উন্নাসকতা···তেওঁ কি কৰিব? তেওঁ জানে পোন আঙুলিত ঘিঁউ নাহে। আঙুলি বেঁকা কৰাটো অন্যায় নহয়। নিয়ম।

ফজৰ পঢ়ি উঠিয়ে তেওঁ বচিদক মতাই অনালে। কোনো ভূমিকা নকৰি তেওঁ পুতেকক ক'লে—হেমিদ উকিল নাহে ঠিক। কিন্তু আজি-কালি বিয়া আন আন ধৰণেও হয়। হওক। লীনাক বাধা দিব নালাগে। মাত্ৰ ক'ব লাগে, তাই যেন বুৰ্বকামী নকৰে।

বদৰ চাহাবে কি ক'ব খুজিছে বচিদে তৎক্ষণাৎ বুজি পালে। তেওঁ উত্তৰত ক'লে—আব্বা! মচজিদত বোলে কিবা ফেনৰ কথা ওলাইছিল? মানিক কাই ক'লে।

মানিককাই ঘৰথনৰ বুঢ়া খানচামা। পাঁচৱক্ত নামাজী। মচজিদতে পঢ়ে।

অঁ! বৰ গৰম। দুখন ফেন লগাই দিয়াবি। সোনকালে। বদৰ চাহাবৰ হাতত তচবিহ লিখা মণিবোৰ খৰকৈ চলিব ধৰিলে। "হুৱাল হাইয়ুল কায়ুম।" লতিফ ওলাই গ'ল।

# ফান্দী আৰু লাংচিং

ৰামবিলাস আচলতে তেতিয়া একেবাৰে টং। অৱশ্যে এটা হুঁচ তাৰ তেতিয়াও ঠিক আছে। টকা যথেষ্ট উঠিব লাগিব। টকা উঠাৰ গোটেইখিনি কৃতিত্ব তাৰ অকলে হ'ব লাগিব আৰু পিচত সেই টকাৰ এটা মোটা ভাগ তাৰ জেপলৈ যাব লাগিব।

সেইকাৰণে যেতিয়া তাক সুখাৰীয়ে আহি ক'লে যে উকিল চাহাবে মাত্ৰ এটা টকাহে দিব খুজিছে তেতিয়া সি একেচিপে উঠিল আৰু ধলং-পলংকৈ আগবাঢ়ি আহিল। তেতিয়া এক মুহূৰ্ত্ত ঢাক বৈ গৈছিল। আকৌ বাজি উঠিল। এই দিশটোত আনৰ কৰিবলৈ একো নাই। প্যাৰীচান্দৰ সাতবছৰীয়া বেটা মেলটৰীয়ে গলা ভাঙি চিঞৰি উঠিল—"চাৰা-ৰা-ৰা-ৰা" সিও আকণ্ঠ ঘৰত কৰা বিধ ধৰি আহিছে।

ৰামবিলাসহঁতে প্ৰত্যেক বছৰ এই কামটো কৰে। ফাগুৱাৰ দুদিন সদলবলে সিহঁত ৰঙা-ৰাঙলি হৈ ওলায়। গধুলি গধুলি সিহঁতৰ আস্তানাৰ ওচৰে-পাজৰে থকা গণ্য-মান্য ভব্য-গব্য ধনী মানুহখিনিৰ ঘৰে ঘৰে গৈ ফাকুৰ গীত গাই গাই পইচা তোলে। শেষৰ দিনা সেই পইচাৰে খাহী মাৰি মদ-ভাত খাই আনন্দ কৰে।

ৰামবিলাসে একালে বহি চকুহাল আধামুদা কৰি এক বিশেষ ভঙ্গীত জুলুকিয়াই আছিল। সুখাৰীয়ে কথাষাৰ কোৱাৰ লগে লগে জুলুকিয়া বলৈ এৰি সি পোন হ'ল আৰু উঠি আহিল। যিমানেই অপ্ৰকৃতিস্থ অৱস্থাত নাথাকক সি এনে মুহূৰ্ত্তত ঠিক হৈ যায়। সি জানে, এইবিলাক একোটা চান্স। এতিয়া কৌশলেৰে দুবাৰমান কৈ সি যদি এটকাৰ ঠাইত দুটকা উচল কৰিব পাৰে তেন্তে তাৰ নেতৃত্ব প্ৰতিষ্ঠা হৈ যায়। আৰু বেছি টকা আহে মানে এনেয়ো লাভ। ৰাতিপুৱাৰ পৰা ৰাতিলৈ হা-পইচা হা-পইচা কৰিয়ে ফুৰে যদিও সুখাৰীহঁতে পইচাৰ হিচাপ আটায়ে নাজানে বুলি ৰামবিলাসে জানে ; অঙ্ক দহৰ ঘৰলৈ গ'লেই গোলমাল হৈ যায়।

ৰামবিলাস দলটোৰ যিফালে বহিছিল তাৰ ঠিক বিপৰীত ফালে হাতত এখন ঢাক লৈ খুৰ্খুকৈ বজাই গোটেই কথা-কাণ্ডবোৰৰ গতিবিধি চাই বহি আছিল—প্ৰায় কুৰি বছৰীয়া ডেকা বিস্বাবালা বিন্দেশ্বৰ। তজবজীয়া সপ্ৰতিভ চেহেৰা। মাদল কাঠৰ ৰং। টন টনা তীখাৰ দৰে পেশীময় দেহ। বহুতো মদমত্ত ৰঙা ৰঙা চকুৰ মাজত তাৰ চকুহাল ব্যতিক্ৰম, পৰিষ্কাৰ, তৰা-উজ্জ্বল। সুখাৰীয়ে লাহে লাহে ক'লেও কথাখিনি তাৰ ঠিক কাণত পৰিল। ঢাকখনত হাতৰ তলুৱা ঘঁহাই ঘঁহাই সিও উঠি আহিল।

"চাহেব। আপুনি এটকা দিলে কেনেকৈ হ'ব। আপুনি আমাৰ মাই-বাপ। আজিৰ দিনত চাহেবে কম্‌চে কম দহ টকা নিদিলে কেনেকৈ হ'ব এই, চবে উকিল চাহেবৰ জয় দে।"

আটাইবোৰে উকিল চাহেবৰ নামত জয়ধ্বনি কৰি উঠিল।

ধ্বনিটো মাৰ গ'লত সকলো থন্তেক নীৰৱ হওঁতেই বিন্দেশ্বৰে আকস্মিকভাৱে সকলোৱে শুনাকৈ কৈ উঠিল,—"ঠিক আছে, চাহেবে যদি এটকা দিব খোজে এটকাই হ'ব ; জোৰ কৰাৰ দৰ্কাৰ নাই।"

"এই তই কেলৈ মাত মাতিছ।"

"এই তই চুপ থাক।"

কেবাটায়ো ওপৰা-ওপৰিকৈ কৈ উঠিল।

ৰামবিলাস লাহে লাহে ঘূৰিল। বিন্দেশ্বৰলৈ থন্তেক সি বাঘে চোৱাদি চাই থাকিল। সেই চাৱনিত আনকি খোদ উকিল চাহেবেও অস্বস্তি বোধ কৰিব ধৰিলে। সি কিন্তু স্বাভাৱিক শান্ত কণ্ঠত কালে, "কিয় হ'ব বিন্দা। চাহেব আমিৰ মাহুহ। আমিতো ভীখ মাগিবলৈ অহা নাই। আজি পৰবৰ দিন। গোটেই জীৱন আমি চাহেবৰ খেদমত কৰিছো। এতিয়া খুচিৰ দিনত চাহেবে আমাক পাঁচ টকা বকচিচ্‌ কিয় নিদিব।"

ৰামবিলাসৰ বাঘ চাৱনিৰ কোনো প্ৰতিক্ৰিয়া বিন্দেশ্বৰৰ ওপৰত কিন্তু পৰিলক্ষিত নহ'ল। সি ধীৰে-স্থিৰে ৰামবিলাসৰ চকুলৈ চাই চাই হাঁহি মুখেৰে ক'লে, "পহিল কথা। চাহেব আমিৰ, আমি গৰীৱ সঁচা কথা। সেই বুলি খেদমত কৰি বকচিচ্‌ লোৱাৰ কথা কোনেও ক'ব নেপায়। আমি মেহনত কৰি মজুৰি লোৱা মাহুহ। গোলামি আমি নাই কৰা। দোচ্‌ৰা কথা। মই আমাৰ মিটিঙতো কৈছো। এতিয়াও ক'ম। আমাৰ যদি এটা ফণ্ড থাকিলহেঁতেন তেতিয়া হ'লে বেছি পইচা তোলাৰ চেষ্টা কৰাত আপত্তি নাথাকিলেহেঁতেন। আমাৰ নাৰায়ণৰ মাইকী বিনা চিকিৎসাই মৰিছে। আমি দেশৰ পৰা হেজাৰ মাইল দূৰত আহি ৰোজগাৰৰ ধান্দা কৰিছো। আমাৰ এটা ফণ্ড, এটা দেখ্‌ ভাল কৰা কমিটিৰ খুব দৰ্কাৰ। তুমি আমাৰ লিডৰ্‌ হৈছা। এই টকা তুমি এদিন খাই উৰাই দিবা। আৰু খাবা কি ?·······"

"এই ! চুপ ৰও কুত্তাকা বাচ্চা !"

ৰামবিলাস ভীষণ উত্তেজিত হৈ উঠিল। কিন্তু বিন্দেশ্বৰৰ মুখত কোনো ভাৱান্তৰ পৰিলক্ষিত নহ'ল। একেই সুৰত সি কৈ গ'ল। "মোৰ বাপক ধৰি গালি নিদিবা ৰামবিলাস চাচা। মোৰ বাপ তোমাৰ দোস্ত আছিল। দোস্ত মৰিলত তুমি মোক জবৰদস্তি আনি ৰিক্সাৱালা বনালা। ৰোজগাৰ এটা দিয়াৰ নামত কমিচন খাবলৈ। কুকুৰৰ লগত দোস্তী কৰে কোনে ?"

উকিল চাহেবে বেছ বহন্য পালে। অৱশ্যে তেওঁ উকিলী বুদ্ধিৰে তৎক্ষণাত বুজিও পালে যে তেওঁৰ চোতালতে এতিয়া এনে খণ্ডযুদ্ধ হ'বৰ হ'লে কথা বৰ ভাল নহ'ব।

“বচ বচ। তইঁতে ইয়াত ঝগৰা কৰিব নোৱাৰিবি। ৰামবিলাস, ই কৈছে ঠিকেই। তইঁতৰ এটা ফণ্ড, এটা কমিটি থকা দৰ্কাৰ। ঠিক আছে, মই পাঁচ টকাই দিছো। তইঁতে খাবিও, আৰু এটা ফণ্ডো কৰিবি। আৰু এই ল'ৰা, তোৰ নাম কি? তইতো দেখিছো একদম ইনকিলাবী! কাৰণো লগ লাগিছ তই? চাবি আকৌ, পিছত মোৰ ওচৰলৈ চেকুৰিব লাগিব।”

“নাই চাহেব, ইয়াত ইন্‌কিলাবৰ কি আছে। কাৰ লগ লাগিব লাগিছে চাহেব। মন চাফা থাকিলে চাহেব, মানুহে সঁচাটো ঠিক দেখিবলৈ পায়। আৰু সঁচাটো ক'বলৈ কৰিবলৈ ভয়ৰতো একো নাই।”

*　　　*　　　*

কোঠাটোত পাঁচ-ছয়টা মানুহ। ৰামবিলাস বিছনাত বহি আছে। বাকীকেইটা মাটিয়ে-চাটিয়ে বহিছে। ৰামবিলাসে মাত লগালে, “তইঁতে চব বুজিলিতো! আজি সাত বছৰ মই তইঁতক চলাই মেলি আহিছো। তইঁতৰ ভাবা লগাই দিছো। বিক্সা যোগাৰ কৰি দিছো। নিজৰ ভাইৰ দৰে তইঁতৰ খবৰ ৰাখিছো। চব ভদ্ৰ মানুহৰ লগত মিল ৰাখি চব ভাবা যাতে মোৰ মানুহে পায় তাৰ বাবে কাম কৰিছো। চাহেবইঁতে কয়, ৰামবিলাস বিক্সা। মই নিজে নগৈ তইঁতক ভগাই দিওঁ। আৰু কমিচন মই ক'ত বিচাৰিছো, চবেতো নিজ খুচিত মোক দিয়ে। এতিয়া কালিৰ ছবাল ই বিন্দেশ্বৰে মোৰ ওপৰত বৰ কথা ক'লে তইঁতে কি একো নকৰিবি!”

“তাৰ মতলবটো কি?’

“মতলব একো নাই। সি নিয়ম মানি চলিব নোখোজে। বচ। অবাধ্য। তাক কচা শাসন কৰা দৰ্কাৰ। আজিকালি এনেকৈ একো মানি চলিব নোখোজো মানুহ কিছুমান ওলাইছেই। ইহঁতক আৰম্ভতে চজুদ কৰিব নোৱাৰিলে তইঁতৰ নিচিনা শান্ত মানুহে টিকি থাকিব নোৱাৰিবি কিন্তু।”

“কি কৰিব লাগিব কোৱা?”

“সি মোক বেইজ্জত কৰিছে। মই একো নকওঁ। তইঁতেই ক।”

ৰামবিলাসৰ সোঁহাত স্বৰূপ তাৰ খুলশালীয়েক হৰিপ্ৰসন্ন ইমান পৰে তলকা মাৰি বহি আছিল। এইবাৰ আন কোনেও মাত মতাৰ আগতে সি কৈ উঠিল,—“এটাই উপায় আছে। কচি এক পিটন দিলেই ঠিক হৈ যাব।”

“নাই নাই। মাৰপিট কৰা ঠিক নহয়।” ৰামবিলাসে গহীনাই ক'লে।

"নাই। হৰিপ্ৰসন্নই ঠিক কৈছে। ই আমাকো গণ্য নকৰে।"

আচলতে আগতেই ৰামবিলাসে খুলশালীয়েকক টিপ দি থৈছিল। বিন্দেশ্বৰক কেনেকৈ পিটিব পাৰি তাৰ উপায়ো শিকাই দিছিল। খন্তেক আলোচনাৰ পিচত চৰেই বিন্দেশ্বৰক পিটাতে হৃয়ভৰ দিলে। হৰিপ্ৰসন্নই হঠাৎ প্ৰশ্ন কৰিলে, "আমাৰ ইয়াত চৰচে কম পয়চা কোনে দিয়ে জান ?"

"ডাক্তৰ বাবুৱে। কেলৈ ?"

"ডাক্তৰ বাবুৱে একদম পয়চা দিব নোখোজে। তথাপি মোৰ জিজাজীয়ে এই মানুহটোক সদায় নিজে টানিছে। তইঁতৰ হতুৰাই টনাইছে। মানুহটোক আমাৰ দৰ্কাৰ। সেই কাৰণেই। কালিলৈ ডাক্তৰ বাবুক বিন্দেশ্বৰে নিব। বুজিছতো। ঘূৰি আহি পয়চাৰ বাবে সি তৰ্ক কৰিব। ডাক্তৰ বাবুৱে ধমকি দিব। সিটো সহ্য নকৰে। টান কথা কৈ দিব। ডাক্তৰ বাবুৱে লাজ পাব। আৰু তেতিয়াই তইঁতে······ বুজিলিতো। কোনেও তইঁতক দোষ নিদিয়ে। ডাক্তৰবাবুক বেইজ্জত কৰা বাবে তাকহে দোষ দিব। খালি অলপ হৈ চৈ লগাবি।"

সি অৰ্থপূৰ্ণ চাৱনিৰে ৰামবিলাসলৈ চালে। ৰামবিলাস তেতিয়া একান্ত মনে এটা বিড়ি জ্বলোৱাত ব্যস্ত। কালৈকো চাবলৈ তাৰ সময় নাই।

* * *

গালবোৰ ওখহা-ভুখহা। কিবা তেলেতীয়া ঔষধ লগোৱা। চকুৰ গুৰি ক'লা। এটা প্ৰায় মুদ খোৱা। এখন হাতৰ কজীত এখন কাপোৰ বন্ধা। বিন্দেশ্বৰ দীঘল দি বিছনাত পৰি থাকে। তাকে বেঢ়ি প্ৰায় ছয়-সাতটা একে বয়সৰ ডেকা বহি থাকে।

"মইতো একো বুজিয়ে পোৱা নাই। বিন্দাই যেনিবা ডাক্তৰবাবুৰ লগত তৰ্ক কৰিলেই, হৰিপ্ৰসন্নইঁতে তাতে তাক ইমানকৈ মাৰিলে কেলৈ ? সিতো বেহক একো কোৱা নাছিল।"

"বিন্দাই উকিল চাহেবৰ ঘৰত ৰামবিলাসক লাজ দিছিল। এতিয়া তাৰে বদলা ললে। চব ৰামবিলাসৰ মানুহ।"

"ৰামবিলাসক লাজ দিছিল ক'ত। ভাতোতো সি হক কথাই কৈছিল।"

"হক কৈছিল। হক কৈছিল। তেন্তে তাক পিটিলে কিয় ?"

ডেকা ৰিক্সাৱালা কেইটাই নিজৰ ভিতৰতে কথা পাতিছিল। যন্ত্ৰণাত কাতৰ চকু মুদি পৰি থকা বিন্দেশ্বৰে এইবাৰ কষ্টেৰে লাহে লাহে চকুদুটা মেলি ক'লে—

"তইঁতে একো বুজি পোৱা নাই। মই কওঁ শুন। মোক মৰাটো ৰামবিলাসৰ এটা চাল। সি ভাবিছে মাৰ খাই, ভয় খাই মই ঠাণ্ডা হৈ যাম। কিন্তু সি জনা নাই, সেই দিন আৰু নাই। তইঁতক অলপ কথা কওঁ, শুন। ৰামবিলাসে ভাড়ৰ মানুহবোৰৰ

লগত খুব মিল দেখুৱাই আমাৰ সকল বিক্সাৱালাবোৰৰ মনত এটা ভয় আৰু শ্ৰদ্ধাৰ ভাৱ সৃষ্টি কৰে। তাৰ লিডাৰ হোৱাৰ সেইটো এটা চাল। কোনোবা চাহেবক দেখিলেই আগবাঢ়ি গৈ মাত দিয়ে। বিক্সা বিচাৰিলেই তৎক্ষণাত কোনোবা এটা মাতি চাহেবক লৈ যাবলৈ কয়। সেইটোও তাৰ এটা চাল। আমি গম নোপোৱাকৈয়ে এনেকৈ তাৰ হুকুম মতে চলিবলৈ আৰম্ভ কৰি দিওঁ। কিন্তু সি নিজৰ লেখৰ ভাৰা কেইটা ঠিক ৰাখে। যত্ন কৰি হিচাপ ৰখাৰ ফলত সি জানে কোন কেতিয়া ক'লৈ বিক্সাত যায়। সেইমতে নিজৰ ভাগটো ঠিক ৰাখি বাকীবোৰ ভগাই দিয়াৰ অভিনয় কৰে। সি পইচা খায়। ফাকুত উঠা পইচাৰ কোনো হিচাপ সি নিদিয়ে। মদত বেছি খৰচ কৰে। মদ খালে আমাৰ মানুহে বাকীবোৰ পাহৰি যায়। সি ফণ্ড আৰু কমিটি হ'বলৈ নিদিয়ে। কাৰণ তেতিয়া তাৰ মাতব্বৰি নোহোৱা হৈ যাব। মই আৰম্ভৰে পৰা তাৰ কাম চাই আছো। ক্ষমতাৰ লোভ তাৰ বৰ বেছি। তাৰ স্বাৰ্থৰ বিৰুদ্ধে সময়ত মই মাত মাতিছো। সেয়ে তাৰ খং। সি বিচাৰে আমাৰ নিজা মত আৰু মন নেথাকক। আমি আৱাজ শুনি শুনি চকু মুদি গৈ থাকো। তাত বাধা পোৱাত মোক মাৰি কোঙা কৰি দিব খুজিছে।"

"তাকো এপিটন দিব লাগে।"

"যেনেকুৱা সাপ তেনেকুৱা লাঠি।"

"তইঁত মনে মনে থাক। বিন্দেশ্বৰক ক'বলৈ দে। সি যি কৰিবলৈ কয় আমি তাকে কৰিম।"

"মই যিহকে কওঁ তইঁতে তাকে কৰিব নেলাগে। মই ৰামবিলাস হ'ব নোখোজো। মোৰ কথা হ'ল, তইঁতে নিজৰ মন আৰু মত চিনিবলৈ জানিবলৈ শিক। মুৰটোইঁত লোকক চমজাই বহি নেথাকিবি। কোনোবাই গছকিলে উফাল মাৰি দিবলৈ শিক।"

"কিন্তু তাৰ আগতে তোক মৰাৰ বদলা লাগিবই।"

"বদলা বৰ মামুলি বস্তু ভাই। মই বিচাৰো ইহঁতৰ জাতটো খতম্ হৈ যাব লাগে। নহ'লে আমাৰ মুক্তি নাই।"

"মাৰি পেলাবলৈ কৈছ নেকি তই?"

"ধেৎ। তইঁতে বুজা নাই। ৰামবিলাস ৰজা হ'ব খোজে। তাক ৰজা হ'বলৈ নিদিবি। মানুহ হ'বলৈ বাধ্য কৰ। আৰু কি বদলা লাগিছে? সি এটা জোক। তাক তেজ পিবলৈ নিদিবি। সি এটা ঠগ। তাৰ প্ৰতিটো খোজত চকু ৰাখ। সি এটা ভাওৰ ভাৱৰীয়া। তাৰ আচল ৰূপটো চিনি ল'। মোৰ বদলা, আমাৰ বদলা পূৰা হৈ যাব। সি তাৰ তক্তৰ পৰা নামিবলৈ বাধ্য হোৱাটো তাৰ মৃত্যুৰ চামিল। সাপ বশ কৰিবলৈ হলে প্ৰথমে বিষদাঁত ভাঙি ল'ব লাগে। হাতী যিমানেই ডাঙৰ নহওক, ধৰিবও পাৰি, চলাই লৈ ফুৰিবও পাৰি। ৰামবিলাসতো এটা সাধাৰণ বেয়া মানুহ। তইঁত মাত্ৰ মন আৰু মতত জোৰদাৰ হ'। খোপনি নেৰিবি। চব ঠিক হৈ যাব।

সি ভাগৰি পৰিছিল। চকু দুটা মুদি সি দীঘল দীঘলকৈ উশাহ লৈছিল। কোনেও একো কোৱা নাছিল। কেৱল সাত-আঠটা কৰ্মক্লান্ত ডেকা বিক্সাৱালাৰ ব্ৰঞ্জৰ দৰে মুখবোৰ এটা নতুন উপলব্ধিত উৎকণ্ঠ উদ্‌গ্ৰীব হৈ উঠিছিল।

# কলম

সদায় আহোতে জেপত মর্টন হওক, চুয়িংগাম হওক, ভজা বাদাম হওক, তেনে কিবা এটা লৈ অহা মোমাইদেউৰ হাবহুলেচ, চাইকেলৰ টিলিঙা পদুলিত টিলিং কৈ বাজি উঠিলে যিটো কোনবা মামনি ভুলভুইত দৌৰ মাৰে সেই একেই কোনবা অজিতৰো দৌৰ মাৰিবৰ ইচ্ছা হৈছিল। কিন্তু সি দৌৰ নেমাৰিলে। বছেৰেকীয়া পৰীক্ষা হৈ গ'লেই। কাইলৈ পৰহিলৈ ক্লাছ নাইনৰ ছাত্র হ'ব সি। শান্তিপুৰ অঞ্চলৰ আটায়ে চিনাজনা প্রতিশ্রুতিসম্পন্ন নতুন চেমনীয়া। পঢ়াশুনাত ভাল। তাৰ উপৰিও ইতিমধ্যে সাহিত্য চর্চা কৰি চাৰি পাঁচ দিস্তা কাগজ একেবাৰে শেষ কৰি পেলাইছে। শেষ কৰি পেলাইছে কি—বাতৰি কাকত আদিৰ সংশ্লিষ্ট চ'ৰাত 'জোন তুমি কোন' আৰু কি কি নামৰ কেইবাটাও কিবাকিবি একেবাৰে ছপা পর্যন্ত হৈ গৈছে। গতিকে অজিত ৰাজপথেদি ধাপলি মেলি দৌৰিছে,—এনে অঘটন ঘটিবই নোৱাৰে। সি মাত্র গ'ল বেছ গহীন গহীনকৈ খোজ কাঢ়ি,—এশ মিটাৰৰ অলপ ওপৰ মিলগত থকা বঞ্জিতহঁতৰ ঘৰলৈ। যদিও তাৰ মনৰ ভিতৰখনক গহীন হৈ থকা বুলি কোৱাৰ বাহিৰে সকলো হৈ উঠা বুলি ক'ব পাৰি। তাৰ উচিত কাৰণো আছে। অজিতৰ ফাউণ্টেন্‌পেন্‌টো হেৰাল। হেৰাব। হেৰাব নোৱাৰে। কিন্তু হেৰাইছে। এই পেন্‌টো সি বৰ মৰমেৰে অতিসাৱধানতাৰে ৰাখে। বৰঠাকুৰ ছাৰে তাক, ৰঞ্জিতক আৰু খগেনক বৰ মৰম কৰে। ছাৰ আৰু সিহঁত তিনিটা কেৰম খেলাৰ লগ, বেড্‌মিণ্টন খেলাৰ লগ। পঢ়া-শুনাত সিহঁত তিনিওটা সমানে ভাল। তীখৰ। আজি ইটো ফাৰ্ষ্ট, কালিলৈ সিটো, পৰহিলৈ আনটো। ছাৰে সিহঁতক বহুত কথা শিকায়। স্কুলীয়া পাঠ্য-পুথিৰ বহির্ভূত কথা। সকলো কথা কেনেকৈ মৌলিকভাৱে চিন্তা কৰিব লাগে শিকায়। লগতে কবিতা, গল্প আৰু প্রবন্ধ-ৰচনা লিখিবলৈ শিকায়। সিহঁতে লিখিছিল। আৰু ছাৰে সিহঁতক তিনিটা ফাউণ্টেন্ পেন কিনি সিহঁতৰ প্রত্যেকৰে নাম মনোগ্রাম কৰাই, সিহঁতৰ হাতত তুলি দি কৈছিল—এয়া কলম। এই কলম যেন সদায় তোমালোকৰ হাতত থাকে। যেন হেৰাই নেযায়। ছাৰে বিশেষ অর্থত কথাকেইটা কৈছিল। এতিয়ালৈকে কিন্তু সিহঁতে আক্ষৰিক অর্থতে কথাকেইটা লৈ বুকুৰ নিচেই ওচৰত পেনটোহঁত লগাই ৰাখে। জানোচা কেনেবাকৈ হেৰাই যায়। অজিতৰ ঠিক মনত আছে পেনটো সি ক'ত থৈছিল। তাৰ পঢ়া মেজৰ ড্রয়াৰটোৰ তলত পৰা কাগজখনৰ তলত ; সিফালে বেৰৰ ফালৰ দূৰতম কোণটোত।

কিন্তু···নাই। পেনটো নাই! কি হ'ব পাৰে? ৰঞ্জিতৰ ঘৰতে থাকি আহিলনেকি। তাৰতো কলম আছে ইয়াত পেনটো আনি থোৱা। নাই, হ'বও পাৰে। কালি ৰঞ্জিত-ইতৰ মেজত বহি সি কিবা এটা লিখিছিল। কেনেবাকৈ থাকি আহিল বা। অলপৰ নহয়। কেতিয়াবা তেনেকুৱা হয়। গোটেই জীৱন ৰাজনীতিগিৰি কৰি অহা ৰাজনীতিয়েও থোলে কেতিয়াবা আহাত মিমথ বুলি চেনি দি দিব পাৰে। তাৰতো এই জীৱন আৰম্ভ হ'ল হে মাথোন।

অজিত সদায় সোমোৱাৰ দৰেই কোনো মাত-বোল নকৰাকৈ ৰঞ্জিতৰ কোঠাত সোমালগৈ আৰু গেছ-চেয়াৰত সোমালে বাক্যব্যয় নকৰাকৈ চলি পৰাৰ দৰে কোঠাত সোমোৱাৰ লগে লগে মুখ-কপালে হাত দি সি মাটিত বহি পৰিল। সেইটো হ'ল এটা সংক্ৰমণৰ, কাৰণ সি সোমায়ে দেখিলে ৰঞ্জিত ঠিক তেনেকৈ, অৰ্থাৎ মুখে-কপালে হাত দি মাটিত লেপেটা কাঢ়ি বহি আছে। তাৰ চকু দুটা ৰঙা। তাৰ পৰা বোধাৱি গুলাইছেনে দুখৰ পানী গুলাইছে ধৰিব নোৱাৰি। আৰু ৰঞ্জিতৰ কোঠাটো। অলপ আগতে যেন এক দল দস্যুৱে কোঠাটো আক্ৰমণ কৰি লণ্ড-ভণ্ড কৰি থৈ গ'ল। গোটেই মজিয়াত কিতাপ-কাগজ, কাপোৰ-কানি, জোতা-চেণ্ডেল পৰ্যন্ত ইতস্ততঃ নিক্ষিপ্ত। দেখিলেই এবাৰ দীঘল দিবৰ মন যোৱা ৰঞ্জিতৰ সদা সুবিন্যস্ত শয্যা, ভ্ৰাম্যমান থিয়েটাৰ পাৰ্টিয়ে কেম্প উঠাই যাবলৈ সাজু হোৱাৰ অন্তিম পৰ্যায়টোৰ লগত একে,—যোৱা নিশাও য'ত নানা ৰহস্য থুপ খাই আছিল, এতিয়া তাত মাত্ৰ উলঙ্গ খোলামেলা ৰসহীনতা আনন্দই আৰামে মেলানি মাগিছে।

ৰঞ্জিতৰ ফাউণ্টেন পেনটোও নাই। অৰ্থাৎ হেৰাইছে। অজিতৰ ঘৰত যিটো বিপদ নাই, ৰঞ্জিতৰ ঘৰত কিন্তু সেইটো বিপদ খুব আছে। অজিতৰ বাপেক অলপ শিক্ষা-দীক্ষা থকা মানুহ। সেই কাৰণেই তেওঁ ডি-আই অফিচৰ বৰ কেৰেণী। আৰু সেই কাৰণেই হ'বলা অজিতহঁতৰ ঘৰখনত জনসংখ্যা নিচেই কম। কিন্তু ৰঞ্জিতৰ বাপেকৰ তেনেকৈ পঢ়া-শুনা নাই। মেট্ৰিকটো দিবলৈকে নহ'ল হ'বলা নেকি! বাপেকৰ দিনৰে টকা-পইচা মাটি-ঘৰ ভাড়াঘৰ ইত্যাদি এইবোৰ আছিল। সেইবোৰ চলাই-কৰাই, ঠিকা-ঠুকলি কৰি ধেৰ ধনসোণ কৰিলে। এতিয়া নানান অনুষ্ঠানৰ মেম্বাৰ-সম্পাদক আদি হোৱা কাৰ্যত ব্যস্ত। দেখাত সমজুৱা কাম। কিন্তু স্বাৰ্থপাৰ্থত ব্যৱসায়েই। কাৰণ সাধাৰণ বেচৰকাৰী স্কুল এখনৰ এম-চিৰ সভ্য হ'ব পাৰিলেও দুটা ফয়দা। সকলোৱে মাজত আপুনিহে মেম্বাৰ হ'বৰ যোগ্য বুলি জনাজাত হোৱাৰ লাভ। লাগে আপুনি অনবৰত মুখ দুপিয়াই থকা পুতলাৰ দৰেই মেম্বাৰ হওক। দ্বিতীয়ত স্কুলৰ জেওৰা দিয়া, পৰীক্ষাৰ সময়ত টাবীৰ মূত্ৰাগাৰ সজোৱা আদি কাম নামৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ঠিকা-ঠুকলি কেইটাও আৰু তাৰ নামত নিজে লৈ থব পাৰি। দুটা-পয়চা সেইকালেও

আছে। পয়চাৱালাসকলে এই কিটিপটো জানে যে ধন বয়নাবে কোৰোণাৰে নচপায় বেজীৰ আগেৰে চপাব লাগে। পয়চা অহাৰ বাট যিমান বঞ্জিতহঁতৰ ঘৰত মানুহ সোমোৱাৰ বাটো সিমান্। ধেৰ মানুহ। বনকৰা মানুহেই জাক জাক। বঞ্জিতহঁতৰ ভাই-ভনীয়ে আঠ দহটা। শেষৰ তিনিটা দেশত পৰিয়াল পৰিকল্পনাৰ যুগ প্ৰবৰ্তন হোৱাৰ পিচৰ অতিথি। ৰঞ্জিতে পেনটো বিচাৰিবলৈ বাকী থোৱা নাই। কাকো জেৰা কৰিবলৈকো বাকী ৰখা নাই। নোৱাৰা খিনিৰ ৰমে-চুমে সোমাই ইতিমধ্যে গোপন অনুসন্ধান কাৰ্যও শেষ কৰি পেলাইছে। নাই। ক'তো চিনচাব নাই। তাৰ পেনটো হেৰাইছে।

বহুত সময় মাটিত বহি থকাৰ পিচত দুয়োটা একেলগে উঠিল। কাৰণ দুয়োটাই একেলগে এটা কথা ভাবিলে। আৰু দুয়োটাই ইটোৱে সিটোক প্ৰায় একেলগে কথাটো কৈয়ো পেলালে। এনে হ'ব পাৰে নেকি বাৰু? পাৰেতো হ'ব। খগেনটো এটা মহা দুষ্ট। সি ধেমালি কৰি ভাল পায়। মুৰত অনবৰত একোটা দুষ্টামি কুট-কুটাই থাকে। অঙ্ক কৰোতেও তাৰ ভৰি দুটাই কিবা তাল ৰাখি থাকে। যদিও অঙ্ক কৰাৰ কোনো নিৰ্দিষ্ট তাল আছে বুলি অজিত-ৰঞ্জিতৰ জনা নাই। খগেনৰ সকলো ঠাইত সকলো হাঁহি উঠে। এবাৰ এটা মগনিয়া মৰিল পিপুল তলত। বহুত মানুহ গোট খালে। ইচ্ ইচ্। আস্ আস্। কেউ ফালে। এনেকুৱা অৱস্থাত নিজ নিজ সহানুভূতিশীল, দয়ালু, ইত্যাদি ৰূপবোৰ প্ৰকাশ বা প্ৰদৰ্শন কৰাৰ এটা নিঃখৰচীয়া সুযোগ ওলায় বাবে মানুহে অকৃপণভাৱে তাক গ্ৰহণ কৰে। চৰকাৰক বেছ দুকথা শুনাই দিব পৰা যায়। সমাজক নিষ্ঠুৰ, অবিবেচক, বিবেকহীন, ইত্যাদি বুলি কৈ দিব পৰা যায়। পুলিচ আহি নোপোৱা বাবে নাক শিয়ঁৰাব পাৰি। ফেটেঙা সোলা মানুহটো মৰি ঠৰঙা হৈ পৰি আছে। মেল খাই থকা মুখেদি হঠাৎ এটা মাখি সোমাই গ'ল। এনেই যেনি-তেনি ধেৰ মাখি পৰি আছে। গৰমৰ দিন। মাখি সোমোৱাটো ঠিক চকুত পৰিছে খগেনৰ। ফিচ-ফিচ-ফোচ। হাঁহি উঠি গৈছে খগেনৰ। ৰঞ্জিত-অজিতে চকু পোন্দোৱাই ধমকালে। কি হ'ল? কিহৰ হাঁহি? দেখা নাই, সোলাৰ মুখত মাখি এতিয়া বেচেৰাৰ কি লাভ! আকৌ ফিচ্ ফিচ্। পিচত অৱশ্যে সিহঁত তিনিটায়ে আনতকৈ আগেয়ে বৰঠাকুৰ ছাৰৰ ওচৰ পাইছিলগৈ। তাৰ পৰা চেয়াৰমেনৰ ওচৰ। নিয়াৰ ব্যৱস্থা হৈছিল মগ নিয়াটোক।

গতিকে খগেনৰ কাম হুন্দৰকৈ হ'ব পাৰে। পেন্ কেইটা লুকুৱাই সি ৰং চাব খুজিব পাৰে। আৰু দুয়োটাৰ ভীষণ খং উঠি গৈছিল। এইবোৰ কি মাৰাত্মক তামচা। তুমি হেজাৰটা বালি-চাপৰি বুটজোতা পিন্ধি মহতিয়াই ফুৰা, হেজাৰ পাহ ফুল গছকি-থোৱা, কাৰো পাণৰ পৰা চুণ অকণ খহি নপৰে। ভণ্টিয়ে এমুঠি বালি লৈ সজা হ'লটো,..

তাৰ কলাহীৰূপে দিয়া অকণমান বঙা ফুলটো, তাত তোমাৰ ছাঁটোও কিবাকৈ পৰিবলৈ দিয়াচোন। চাবা মহাভাৰত অশুদ্ধ হ'ব লগা কাণ্ড হৈ যাব।

ডুয়োটা ডুপডুপাই ওলাল খগেনহঁতৰ ঘৰলৈ। পেন্‌টোহঁত এতিয়াই সিহঁতে পাবই লাগিব। গতিকে এনেকুৱা উছাহৰ মুহূৰ্তত কোনো যুক্তি বিবেচনাৰ ঠাই নাই। মাত্র খগেনৰ তালৈ যাব লাগে। ধমকা-ধমকি কৰি পেন উলিয়াই ল'ব লাগে। তাত আৰু অন্য কি কথা থাকিব পাৰে। খগেন দুষ্ট যেতিয়া তাৰ দুষ্টালিত সন্দেহ কৰিবলৈকে বা আছে-কি! এইবাৰ দুশ মিটাব। যিটো কাম অজিতে অকলে কৰিব পৰা নাছিল, যিটো কাম ৰঞ্জিতেও অকলে কৰিব নোৱাৰিলেহেঁতেন, ভৰ শান্তিপুৰ অঞ্চলৰ আহি থকা গৈ থকা কত মানুহে দেখাকৈ, ক্লাছ এইট-নাইনৰ ছাত্র হৈ, প্রতিশ্রুতিসম্পন্ন চেমনীয়া হৈ নেগুৰ দাঙি দৌৰ,—সেইটো কামকে এতিয়া সিহঁত দুটা লগ লগাত নির্বিকাৰ আৰু নির্লিপ্তভাৱে কৰি পেলালে। তেনেকুৱা হয়। অকলে নিজৰ ঘৰতে বাতি শুবলৈ ভয় কৰাজনেও কান্ধত বন্দুক লৈ লগৰ শ-শ জোৱানৰ মাজৰ এজন হৈ সীমান্ত পাবগৈ পাৰে। তাত যুদ্ধও কৰি পেলাবলৈ পাৰে। লগৰ সেয়াই মাহাত্ম্য। সেই কাৰণেই লগ আৰু একতাৰ ইমান দাম ব্যক্তিৰে হওক, জাতিৰে হওক জীৱনত।

কিন্তু ইমানখিনি হ'ব পাৰে বুলি কোনো ধাৰণাই সিহঁতৰ মনৰ চুকে-কোণেও নাছিল। খুব বেছি খগেনে কিবাকিবি তালিভুলি গাব। কিন্তু! একো ভবাৰ দর্কাৰ আছে বুলি সিহঁতে ভবা নাছিল। অথচ এতিয়া হঠাৎ যিহৰ মাজত পৰিলেহি যথেষ্ট দর্কাৰ থকা সত্ত্বেও ভবাৰ অকণো সময়েই সিহঁতে আৰু নেপালে। কিহৰ পৰা কি হ'ল, অথবা কি হৈছে, ধৰিব নোৱাৰি ল'ৰাহাল পেপুৱা লাগিল। সিহঁতে দেখিলে খগেনহঁৰ পোৰ্টিকত তিনিখন চকিত বহি আছে তিনিজন ভব্যগব্য মানুহ ;—হেমকান্ত, অজিতৰ বাপেক ; বৈদ্যনাথ, ৰঞ্জিতৰ বাপেক আৰু জোনেশ্বৰ, খগেনৰ বাপেক। তামোল, চুৰট আৰু উত্তপ্ত কথা বতৰা সমান খৰগতিত চলিছে। কোঠাটোৰ বতাহ অস্বচ্ছ কৰি পেলোৱা চুৰটৰ ধোঁৱাত যেন এটা বিৰাট ষড়যন্ত্ৰৰ গোন্ধ। এফালে বেৰৰ গাত লাগি এডাল লম্বৰ দৰে পোণ হৈ ঠিয় দি আছে খগেন। আৰু বিস্ফাৰিত হৈ ওলাই পৰিবৰ উপক্রম কৰিলে সিহঁতৰ চকুবোৰে যেতিয়া সিহঁতে দেখিলে জোনেশ্বৰৰ সন্মুখত এখন সৰু টেবুলত এডাল টোৱাইন সূতাৰে মেৰিয়াই মুঠাকৈ বান্ধি থোৱা অৱস্থাত অসহায়-ভাৱে পৰি আছে একে ধৰণৰ তিনিটা ফাউণ্টেন পেন।

সিহঁত দুটাৰ উপস্থিতিলৈ কোনেও কাণেই নকৰিলে। যন্ত্রচালিতৰ দৰে সিহঁত দুটা গৈ খগেনৰ লগত শাৰী পাতি লম্বমান হৈ থাৰা হৈ ৰ'ল।

ওঁ! জোনেশ্বৰে কৈ থাকিল—মইতো সেইবোৰ একো বুজি নেপাওঁ। দোকানী মানুহ। বিজনেছ কৰি ডুপইচা উলিউৱাই ধান্দা। মৰিলে ইহঁতেই খাব। তুমি

ক'লতহে বুজিছো। গমো পাইছো। সি বেটাই ইহঁতক মৰম কৰে। মই ভালেই বুলিছিলো। এতিয়া তেন্তে মানুহৰ মুখে মুখে সেইবোৰ কথা—হোঃ!

বৈদ্যনাথে মাত লগালে—আকৌনো কৈছো কি। মোৰ কিন্তু পহিলাৰ পৰাই চোভা। সি ইহঁতক ফাউণ্টেনপেন দিয়াই নহয়, দস্তুৰমত লিখিবলৈ কয়। শিকায়। তোমালোকে নেজানা। মই জানো। এই লেখা বস্তুটো আটাইতকৈ মাৰাত্মক। মই খেলি জনা হৈছো। ইয়াৰে মানুহ মাৰিবও পাৰি, জীয়াবও পাৰি। তাৰ পিচত এই বস্তুটো। ইহঁতে ক্লাব পাতিছে। পাঠাগাৰ পাতিছে। তাৰ উচটনিতে। হলেও, ঠিক আছে, কৰক। এই বয়সত এইবোৰ কৰেই। কিন্তু এইটো কি বস্তু? এই 'মুক্তালোচনী'? অ'পেন্ মেগাজিন? সকলোৱে লিখিব। লিখি বেৰত মাৰি থব। সকলোৱে পঢ়িব। ভাল লগা নাছিল। এয়া নহয়, পালা প্ৰমাণ। মই তোমাক নকৈছিলো হেমকান্ত। তুমিতো পঢ়াশুনা মানুহ।

হেমকান্তই চিন্তিতভাৱে লাহে লাহে কলে—তুমি কওঁতেই কথাটো মোৰ মনত বাজিছিল বৈদ্যনাথ। দুদিনমান গৈ পঢ়ি চাইছিলোগৈ। একো নাই। আখৰ মিলাই মিলাই লিখা পদ্য, কেঁচা সাধু, ইত্যাদি। এতিয়া আমাৰ অফিচৰ পিয়ন আৱেদে 'ছাৰ আপোনালোকক একেবাৰে ফিনিচ্ কৰি দিছে বুলি ক'লতহে আহি পঢ়ি চাওঁ দেখোন কথা বেলেগ। ইহঁতে একেবাৰে বুকুতে কামোৰ মাৰিছে।

—কি? কি লিখিছেনো এই খটাসুৰকেইটাই? জোনেশ্বৰে সুধিলে।

—তোমাৰ ল'ৰাই এখন ৰচনা লিখিছে। প্ৰবন্ধ। ব্যৱসায়ত অসাধুতাৰ ওপৰত। একো বাদ দিয়া নাই। মজুতকৰণ, কৃত্ৰিম নাটনি, ভেজাল, অন্যায় প্ৰতিযোগিতা। সকলো। সকলোতকৈ ডাঙৰ কথা হ'ল ইয়াৰ প্ৰতিকাৰৰ উপায় দৰ্শাই ৰাইজক দস্তুৰমত উচটাই দিয়া হৈছে।

জোনেশ্বৰ পোন হৈ বহিল। তেওঁৰ মুখৰ ৰং ভালেখিনি যেন কোনোবাই শুহি নছে। বঙা মানুহটো। এইবাৰ বৈদ্যনাথে সুধিলে—আৰু মোৰ কথা কি লিখিছে?

—তোমাৰ ল'ৰাই লিখিছে এটা গল্প। ৰাজনীতি এটা বৰ ভাল বস্তু। ই দেশৰ কল্যাণ সাধন কৰে। ই একোজন মানুহৰ ব্যক্তিত্বৰ চৰম বিকাশৰ সুযোগ দিয়ে। কিন্তু ই যদি ক্ষমতা আহৰণ, স্বাৰ্থ পূৰণ, অৰিয়া-অৰি, শত্ৰুতাৰ কাৰণ স্বৰূপ হৈ পৰে তেন্তে অসাধু ব্যৱসায় আৰু ৰাজনীতিৰ মাজত পাৰ্থক্য নেথাকে। তেনে অৱস্থাত দেশৰ পতন হয়। তেনে মানুহৰ পৰা ৰাইজক ই গল্পেৰে সাৱধান কৰি দিছে।

—আৰু তোমাৰ? তোমাৰ কথা কি লিখিছে?

দৰ্মহা দুশ। চাকৰি বিশ বছৰ। মুঠ উপাৰ্জন আঠচল্লিছ হেজাৰ টকা। বিশ বছৰত দিনৌ ৰৌমাছ, খাহী মাংসৰে মুঠ খোৱা খৰচ ষাঠি হেজাৰ টকা। মাটি কিনা হ'ব

পঞ্চাশ হেজাৰ টকাৰ। ঘৰ সজাওঁতে খৰচ পৰিল আঠত্ৰিশ হেজাৰ টকা। এল-আই-চি। বহুতলৈ আগবঢ়োৱা ধাৰ। 'সাঁথৰৰ স্বৰ্গবাস' নাম দি 'সাঁথৰ নামে এক আছিল মানুহ' বুলি আৰম্ভ কৰি এটা দীঘল ঠাট্টাৰ পদ্য লিখিছে। সাঁথৰটো আৰু কোন হ'ব ?

কোঠাটো বহুতপৰ নীৰব হৈ থাকিল। ফুলৰ পৰা পাহি এটা খহি পৰা হলেও স্পষ্ট শুনা গ'লহেঁতেন। ছটা জীৱন্ত মানুহ ছখন বুকু মাত্ৰ দ্ৰুতলয়ত উঠা-নমা কৰি আছে।

—এই পেন্দুকণা, কালিলৈকে সেঙুন চেলেকি থকা কেইটাই এইবোৰ কথা জানিলে কেনেকৈ ? জোনেশ্বৰে যেন চিঞৰি উঠিল, যদিও তেওঁৰ মাতটো যেন কিহবাই চেপি ধৰিছে। বোধহয় অৱদমিত বিবেকে।

—জনা নাই। শিকাই দিয়া হৈছে।

—কোনে ?

-সি চয়তানে। সি আকৌ এটা মাষ্টৰ।

বৈদ্যনাথে হঠাৎ মুখৰ ভিতৰতে কোৱাৰ দৰে ক'লে—তাক মই মাত্ৰ এবাৰ চাই লম। চালাই চিনা নাই। জুইৰে হেতালি খেল।

হঠাৎ এদাল লম্ব শিথিল হৈ বেঁকাবেঁকি হৈ পৰিল। অলপমান আগবাঢ়ি আহিল ৰঞ্জিত।

—আপনালোকে আমাক যি কৰে কৰক। ছাৰক কিন্তু গালি নেপাৰিব। একো কৰিবলৈকো যত্ন নকৰিব।

তাৰ মাতত এনে এটা সুৰ ফুটি ওলাল যেন বৰঠাকুৰ ছাৰক কিবা কৰিব খুজিলেই সি অৰ্জুন হৈ হাতত গাণ্ডীৱ তুলি লব। এইটো এটা নতুন বস্তু। জোনেশ্বৰ বৈদ্যনাথ হেমকান্ত তিনিও যেন থতমত খাই গ'ল। কিন্তু পিচুৱাবতো নোৱাৰি।

—কিয় নকৰিম ? সি এই বোৰ কি শিকাইছে।

—ছাৰে নাই শিকোৱা। ছাৰে মাত্ৰ আমাক ভাবিবলৈ চিন্তা কৰিবলৈ শিকাইছে। এইবোৰ আমি চিন্তা কৰি পাইছো। চবে পাব। আপনালোকেও পাব।

জোনেশ্বৰে কৈ উঠিল—মই সেইবোৰ একো নেজানো। তহঁতে শুন। তহঁতৰ এই কলম কাঢ়ি লোৱা হ'ল। তহঁতে আৰু লিখিব নোৱাৰ। দৰকাৰ হলে তহঁতৰ পঢ়াও বন্ধ কৰি দিয়া হ'ব। নে কি কোৱা হেমকান্ত ?

—ঠিক কথা। বিষদাঁত গুড়িতে ভাঙি দিয়া ভাল।

কোঠাটোত পুনৰ নিস্তব্ধতা বিয়পি পৰিল। যেন বিস্ফোৰণৰ পূৰ্বৰ স্তব্ধতা। দুফালে দুকৰা জুই। ক্ৰমাৎ বাঢ়িব ধৰিছে। উত্তাপ। উত্তাপ ক্ৰমাৎ বৃদ্ধি পাইছে।

জোনেশ্বৰ বৈদ্যনাথ হেমকান্তই ভাবিছে সিহঁতৰ শান্তিপুৰৰ শান্তি কাঢ়ি ল'বলৈ এই উৎপাত অসুৰবোৰ ক'ৰপৰা ওলালহি। কি যে এক দুঃসময় আহিল পৃথিবীলৈ। খগেনে ভাবিছে, ছাৰে যে কয়, সেই কবিজন যাক বন্দী কৰি কলম কাঢ়ি ল'লত দাঁত মজা এঙাৰেৰে বন্দীশালৰ বেৰত কবিতা লিখিছিল ; কি নাম আছিল তেওঁৰ ? ৰঞ্জিতে ভাবিছে, সেইযে কবিজন, যি কৈছিল, মোৰ দেহাটো বান্ধি থব পাৰিবা, মোৰ মনটো বান্ধিবা কিহেৰে ? কি নাম আছিল তেওঁৰ ? আৰু অজিতে ভাবিছে, সিতো হাতৰ আঙুলি কাটি ৰাজপথত তেজেৰেও লিখি যাব পাৰে ; তেতিয়া !

# হুমাৰ বৰুয়া

মই কওঁ—হেমা মালিনী। মোৰ ডাঙৰটো ল'ৰাই কয়—শ্ৰীদেৱী। সৰুটো ল'ৰাই আমি সুগুনাকৈ ক'বলৈ যত্ন কৰি কয় যদিও আমি শুনো—মীনাক্ষী শেষাদ্ৰি। আজিকালি ক্লাচ চিক্সত বয়স নেবাঢ়িলেও মন যি কোনো এফালে বঢ়াত অসুবিধা নাই।

আৰু সুবিধা বুজি সিহঁতে সুগুনাকৈ এটা বিশেষ, অৱশ্যে পুৰণি, ধৰণে মোক খেলা এটা মাৰি মাকে কয়—ভীমৰতি! ল'ৰাই সেইবোৰ যি কয়, যি চায়, কওক, চাওক। বুঢ়াৰ সেইবোৰ যিহকে তিহকে চাবলৈ ক'বলৈ লাজো নেলাগেনে?

পিন্‌টোৱে খোচটো ঠিক কোনখিনিত মাৰিছে মোৰ বুজাত অকণো দিগদাৰ নহয়। এনেকুৱা খোচ বিয়াৰ পিচৰ দুবছৰমানত ময়ো নিচেই কম খোৱা নাই। যথাসম্ভৱ আশ্চৰ্য্যৰ অভিনয় কৰি কওঁ—বা! মীনা কুমাৰীয়ে আকৌ হেমা-শ্ৰীদেৱী-মীনাক্ষীক 'ঈৰ্ষা' কৰিব লগা অৱস্থা এটাৰ উদ্ভব হ'ল কাহানিৰ পৰা! আৰ্ট আৰু এড্‌ৰ লড়াই! আৰু হেৰি নহয়। বোলো মই বুঢ়া হ'লোৱেইনে? ছোৱালী এজনীও নেলাগিছিল জানো?

এই মানুহজনীক—মানুহজনীৰ নামটো মই নেজানো। ধৰক, তাইৰ নাম হেমাই। হেমাক সিদিনা হঠাৎ নেদেখাহেঁতেন ক'বলৈ একো নেথাকিলেইহেঁতেন। পাহৰি গৈছিলোৱেই।

আমাৰ ঘৰৰ ওচৰতে এটা দীঘলীয়া খেৰৰ দুচলীয়া ঘৰ আছে। টিপিকেল ৪ৰ্থ-৫ম শ্ৰেণীৰ ভাৰা ঘৰ। বিক্সাবালা ঠেলাবালা ইত্যাদি থাকে। পোন্ধৰটা মান কোঠা।

তাৰে এটা কোঠা ভাৰা লৈ সিহঁত থাকিবলৈ লৈছে। তাক বাটতে লগো পাই গ'লো। দশৰথ। মোক চিনি পাই চালাম জনালে। মাতি খা-খবৰ ললো। হেমাৰ কথাও সুধিলো। সি ক'লে—সেই তেতিয়াৰ পৰাই এনেকুৱা।

বাটৰ পৰাই চাই পঠিয়াইছিলো। খিড়কিৰ পিৰালিটোত তাই বহি আছিল। চেহেৰা-পাতি প্ৰায় একেই আছে বুলিব পাৰি। কাপোৰ-কানি, প্ৰকাণ্ড চুলি-কোচা এইবোৰৰ প্ৰতিহে অৱহেলা ধৰিব পৰা বিধৰ। অন্যমনস্ক। বহি বহি তাই উচুপি আছে। মাজে মাজে এটা তপত হুমুনিয়াহৰ লগত ওলাই আহে দুটা শব্দ—হুমাৰ বৰুয়া।

সমানৰ মানুহ বা নিজতকৈ ওপৰৰ মানুহক ঘপকৈ এটা কথা ক'বলৈ টান হলেও নিজতকৈ তলৰ বুলি ভবা মানুহক মানুহে কথা কবলৈ সংকোচ নকৰে। সেই ভুলকে কৰি ময়ো দশৰথক কৈয়ে পেলালো, চিন্তা কৰিব নেলাগে। নতুন কেঁচুৱা এটা হ'লেই ঠিক হৈ যাব।

দশৰথে তলমূৰ কৰিছিল।

—কেঁচুৱা আৰু ক'ত হ'ব বাবু?

ইতিমধ্যেতো তিনিবছৰ মানেই পাৰ হৈ গৈছে। দশৰথক এটা উপদেশ দিলো। ক'লো, মোৰ চিনাকি বন্ধু মানুহেই আছে। মই লাগিলে এখন চিঠিকে লিখি দিম। সি এবাৰ হেমাক ডাক্তৰক দেখুউৱাবক। ভাল হৈ যাব।

সি ক'লে—একো লাভ নাই। কি হ'ব। ডাক্তৰৰ কাম নাই বাবু। তাচিব। ভাল ভাল বেজেও একো কৰিব পৰা নাই।

মই বুজি পালো এখন করুণ নাটকৰ শেষ অঙ্ক চলিছে।

গল্প-উপন্যাস আদিত শাহুৰ ঘৰৰ কথা কোৱাটো বেচ আমোদজনক। কতজনৰ কত স্বপ্ন আৰু স্বপ্নভঙ্গ কত ধৰণেৰে প্ৰকাশ পায়। মোৰতো কেতিয়াবা মনেই যায়—কবোৱেইনেকি বিচাৰ্চ এটা। কোনজন অসমীয়া লেখকৰ লেখাত শাহুআইৰ ঘৰখন কেনেকৈ প্ৰকাশ পাইছে তাৰ এটা সমীক্ষা বনাও। ডক্টৰেটৰ কাৰণে নহয়। এনেয়ে। অসমীয়া প্ৰবন্ধ সাহিত্যৰ নক্সাখনকে ভাঙিবলৈ।

মোৰ পিচে তেনে একো নহ'ল। শাহুৰ ঘৰ সম্বন্ধীয় মোহ-মোহভঙ্গ একো মোৰ নহ'ল।

শাহুইঁতৰ চোহদটো প্ৰকাণ্ড। তিনিচাৰি কঠাৰ। সীমাই সীমাই কেইবাটাও সৰু-ডাঙৰ ভাৰা-ঘৰ। তাৰে এটাত বিক্সাৱলা দশৰথ আছিল।

মানুহজনী আচৰিত ধৰণে ধুনীয়া। পিন্ধেনো কিটো, খাবলৈনো পাই কিটো। অথচ য'তেই থাকক, যেনেকৈয়ে থাকক, জিলিকি থাকে। এই শ্ৰেণীৰ মানুহৰ মাজত হঠাৎ কেতিয়াবা একোজন মানুহ একোজনী মানুহ দেখা যায়, অবাক হৈ যাব লাগে। অনন্ত মলিয়েও যাৰ ৰূপ ঢাকিব নোৱাৰে। হেৰল্ড ৰবিন্সৰ ড্ৰীম মাৰ্চেণ্টৰ সেই ছোৱালীজনী।

এই হেমাক লৈয়ে আমাৰ কিমান হাঁহি-ধেমালি, আলোচনা-বিলোচনা ইত্যাদি। শাহুৰ চোহদত কুৰি টকা ভাৰাৰ ঘৰত থাকোতে থাকোতেই হেমাৰ এটা ল'ৰাও হ'ল। দামকল বঢ়াদি কোঁকোঁকৈ বাঢ়ি লোদোৰ-পোদোৰ বাল-গোপাল যেন ল'ৰা ডাঙৰ হৈ হামা-হামাকৈ শাহুৰ প্ৰকাণ্ড চোতালখনত ধূলিয়ে-বালিয়ে একাকাৰ হৈ চক্কৰ দিব পৰা হ'লেই।

জাৰকালিৰ আবেলি কৰ্মক্লান্ত হেমাই হেলনীয়া হেঙুলীয়া ৰ'দত বহি মূৰ আচোৰে। আনমনা। আচল খহি পাৰে। পোহৰ ক্ৰমাৎ কমি আহি থাকে। ল'ৰাটোৱে ইফালে-সিফালে হামা-হামা কৰি ঘূৰি ফুৰে। দৃশ্যটোৱেই যথেষ্ট। সবাক।

দূৰৰ পৰা আৰামী চকিত বহি চাই-চাই মই গাওঁ—

গোধূলি পেখল বালা

যব মন্দিৰ বাহৰ ভেলা

থোৰি দৰশনে আশ্‌ না পূৰল
ৰহল মদন জ্বালা।

সকটোলৈ চুৰ্য্যেটাৰ গুঠি থকা শলা ডালেৰেই মাকে মোক শাসন কৰে। তেওঁৰ মতে ৰজকিনী প্ৰেম বিকশিত হৈছে— জাতীয় গোটেই কথাবোৰেই হেনো পাৰ্‌ভাৰশ্চনৰ বাহিৰে আন একো নহয়।

তাৰ পিচত এদিনৰ কথা।

মই তাত বহি আছো। কোনো ক'তো নাই। নাই, হেমাও নাই। ভিতৰত হয়তো কিবা কামত ব্যস্ত। ঘৰ সৰু হ'লেই কামৰ পৰিমাণ নকমে। এওঁ অলপতে দি যোৱা চাহ কাপ সাঁচি সাঁচি খাই-খাই একো নোচোৱাকৈ সকলো চাই আছো। আকাশত এটুকুৰা সজহাৰা মেঘ। ডালত এযোৰ একান্ত কপৌ। দূৰত চাৰিআলিত খেলা-ৰিক্সা গাড়ী মটৰৰ ভীৰ। মানুহ মানুহ। হৈ চৈ। অথচ মোৰ চৌ-পাশ নীৰৱ। চমৎকাৰ এক বৈপৰীত্য।

হঠাৎ চিয়ঁৰ-বাথৰ হুলস্থুল লাগি পৰিল। ধুমুহা অহাদি ঘৰৰ পৰা ওলাই হেমাই এজনী মানুহ এশজনী যেন হৈ আকাশ-পাতাল তল-ওপৰ লগাই দিলে। মুহূৰ্ত্তে পিল-পিলকৈ কৰ পৰাযে মানুহবোৰ আহি ভীৰ হৈ গ'ল।

হুমাৰ বৰুয়া। হুমাৰ বৰুয়া ক'ত। ইত না দেৰচে দেখা নাই। আৰে হ দশৰথ ক'ত কঁহা।

কামৰ পৰা মুৰ তুলি হঠাৎ হেমাই আৱিষ্কাৰ কৰিছে ল'ৰাটো—বৰুয়া নাই। ক'তো নাই। ঘৰত দশৰথো নাই। খেলা-বস্তু টিং-টুঙালি অথানি-অবানি হৈ পৰি আছে। খেলোতা নাই। অকণমান ঠাইতে প্ৰকাণ্ড হৈ জুৰি থাকিব পৰা চৈধ্য মহীয়া এটা ল'ৰা নাই বোলোতেই নোহোৱা হৈ যাব পাৰে কেনেকৈ।

সম্ভাব্য সকলো ঠাইতে হেৰোৱা পইচা বিচৰাদি বিচৰা হ'ল। শাহুৰ হাইঁৰ গঁৰালো বাদ নপৰিল।

ল'ৰাটো সঁচাকৈয়ে নাই।

অৱশেষত কোনোবা এটাই ভয়ে ভয়ে প্ৰায় স্বগতোক্তি কৰাৰ দৰে ক'লে—পুখুৰীত চাব লাগিছিল।

ইতিমধ্যে দশৰথো আহি পাইছিল।

সি ঘোপাকৈ কোৱা মানুহটোৰ ফালে চালে। মানুহটো তাত নাছিল। আনৰ আঁৰত লুকাল।

কিন্তু গুণগুণনি এটা থাকি গ'ল। কথাষাৰ অনেকৰেই মনত লাগিছে।

দশৰথইত থকা ঘৰৰ পিচফালে প্ৰায় দুবেও আঁতৰতে পুখুৰীটো। সৰু পুখুৰী।

আচলতে আহল-বহল এটা খাল। এবুকুমান দ। ভেটি তুলিবলৈ খন্দোৱা। একঁকাল-মান পানী আছে। এই মানুহবোৰে কাপোৰ-কাণি ধোৱে। বাইবেলৰ চকা নোহোৱা মেজখনৰ দৰে কাপোৰবোৰো চকা নহয়।

শেষত দুটামান সাঁতুৰিব জনা মানুহ নামিল যদিও সাঁতুৰিবলৈ জনা প্রসঙ্গটো অবান্তৰ। আৰু নামিলনো কি উঠিলনো কি। এটাই ঠেঙত ধৰি ববুয়াই প্লাষ্টিকৰ পুতলা তোলাদি তাক তুলি আনিলেই। লোদোৰ-পোদোৰ বাল-গোপালৰ মূৰ্ত্তিৰ দৰে এটা কেঁচুৱা। ভাষা নিজেই থমকি ৰৈ যোৱা এটা দৃশ্য। এটা অৱস্থা।

হমাৰ ববুয়া।

এপাহ ফুলি থকা গোলাপ চকুৰ পচাৰতে যেন মৰহি শুকাই গ'ল।

মই বুজিছিলো। কোনো আশা নাই। ল'ৰাটো পানীত পৰা দুই মিনিটো হ'ব পাৰে বিশ মিনিটো হ'ব পাৰে। কিন্তু অঘটন যেতিয়া ঘটে, দুই চেকেণ্ড সময়ো বহুত সময়।

কোনো আশা নাই। তথাপি মই দৌৰ মাৰিলো। ওচৰৰে এটা ঘৰলৈ। তাত এজন ডাক্তৰ থাকে। চিনাকি নাই। তথাপি জানো। কিবা হওক নহওক পিচত নিজকে হলেও ক'ব পাৰিম মোৰ কৰিব লগা কাম মই কৰিছিলো।

উধাতু খাই ডাক্তৰৰ ঘৰৰ কলিং বেল টিপিলো। ভালেমান পৰৰ মূৰত, যেন এক যুগৰ পিচত এগৰাকী প্ৰৌঢ়া গহীন গম্ভীৰ ভদ্রমহিলা ওলাই আহিল।

—ডাক্তৰ আছে ?

—আছে। ভাত খাইছে। কি হ'ল। যিমান পাৰো চুটিকৈ আৰু সংক্ষেপতে ঘটনাটো ক'লো। ক'লো ডাক্তৰ তৎক্ষাণাতে এবাৰ আহকচোন। কিবা এটা কৰিব পাৰেইবা।

ভদ্র মহিলা নিশ্চয় ডাক্তৰৰ মাক। সুধিলে—কেতিয়া পৰিল ?

—কবতো নোৱাৰি। তেখেতক কওকচোন।

তেওঁ মোৰ চকুলৈ চালে। দৃষ্টিত পুতৌ সোমাই গ'ল। কিন্তু প্ৰায় লগে লগেই ওলাই আহিল। মানুহ গৰাকী নিশ্চয় পুত্রৰ ওচৰ নেপালেগৈ।

হস্পিতাললৈ নিবলৈ কওক। এওঁ এতিয়া যাব নোৱাৰিব। কামলৈ যাবলৈ দেৰি হৈছে।

চাওক। হস্পিতাল পাওঁতে দেৰি হ'ব। দেৰি কিজানি এতিয়াই হৈ গৈছে। তেখেতক অনুগ্রহ...

—যাব নোৱাৰিব। মিছাকৈ দেৰি নকৰি হস্পিতাললৈ নিয়ক। যাওঁক।

মই দৌৰি আহিছিলো। ববুয়াক দশৰথে নিজৰ ৰিক্সাৰে হস্পিতাললৈ লৈ গৈছিল।

এনেয়ে। খন্তেক পিচতে উভটি আহিলেই। অহা যোৱাতে যি কণ সময় লাগিল। সেই গোটেই নিশা হেমাৰ কান্দোন শুনিছিলো। হমাৰ বৰুয়া। হঁা দশৰথ।

পিচৰ বাৰ শাহুৰ ঘৰলৈ যাওঁতে শুনিছিলো হেমাইঁত আন ঠাইলৈ গ'ল। ল'ৰাটো অপদেৱতাই মাৰিলে বুলি সিহঁতৰ ধাৰণা। এতিয়া হেনো হেমাৰ পিচত লাগিছে। তাই হেনো চকুৰ আগত বৰুয়াক দেখে।...

ইতিমধ্যে কেইটা বছৰ পাৰ হৈ গ'ল। আকৌ সিদিনা হঠাৎ হেমাক দেখিলো। দেখাত একেই আছে। কিন্তু তথাপিও যেন বহুত কিবাই নাই। সহজ সৰল মানুহে জীৱনত বহুত কিবা-কিবি নিবিচাৰে। অলপতে সন্তুষ্ট হয়। কিন্তু যেতিয়া তাতেই আঘাত পাব লগা হয়—সেই আঘাত বৰ গভীৰ হয়। তাই এতিয়াও হাতত কাম নেথাকিলেই, অকলে বহি কান্দে—হমাৰ বৰুয়া, হমাৰ বৰুয়া, বুলি।

দশৰথহঁতে বিশ্বাস কৰে—তাচিৰ। ডাক্তৰৰ কাম নাই। কেতিয়াবা কোনোবা ভাল বেচ পাব। মোৰ চিঠিৰ প্ৰতি কোনো আগ্ৰহ নেদেখুৱালে।

হেমাৰ বাবে মোৰ অনুকম্পা জাগিছিল। ইহঁতৰ মাকক আহি কৈছিলো। তেওঁ আৰু এতিয়া খং কৰা নাছিল। চকুযোৰ কোমল চলচলীয়া হৈ পৰা মাত্ৰ দেখিছিলো।

# এতিয়া

একবাৰ তামাম হঁহা গ’ল। দিল খুলি। হঁহাৰ সুযোগ আজিকালি খুব এটা পোৱা নেযায়। যত চব ঝামেলা। চব্‌চে দিগদাৰ এই পৰীক্ষা চব। এটা দি উঠিবা আৰু এটা লটৃকিলেই। নিদিলেও নহয়। একেটা ক্লাচতে ফঁচি যাব লগা হৈ যাব পাৰে। ফঁচি গ’লেই বহুত মস্কিল। আন নহ’লেও ফাওতে আহি থকা পইচাকেইটা মৰা যায়। ভাগ্য ভাল জন্মটো ঠিক ঠাইত হৈছিল। দেশখনো ভাল। যোগ্যতা বহুলাংশে জন্মৰ ভিত্তিত বিচাৰ হয়। গতিকে জন্মগতভাৱে পোৱা ষ্টাইপেণ্ডৰ টকাকেইটা বেচ কামত আহে। টকাও বেচ মোটা। তৃতীয় বাৰ ‘খোলে’ চাবলৈ যেতিয়া দাৰুণ হাঁহাকাৰ,—সেইদিনা, সেইবাৰ কি ভাগ্য, কি স্বস্তিঃ। এক গাদা কৰ্‌কৰীয়া নোট। চুলে গা শিৰশিৰাই যোৱা।—পৰীক্ষাত অৱশ্যে বহি দিয়াটো যেন তেন। তাত দ-পানীত সাঁতোৰা, ডাঠ হাবিত চিকাৰ কৰা আদিৰ নিচিনা এটা ৰোমাঞ্চকৰ আৱামো পোৱা যায়। দিগদাৰ পৰীক্ষাৰ আগতে কৰিবলগীয়া কষ্টখিনিহে। জোখৰ জোখৰ কাগজত জোখৰ জোখৰ আখৰ। সম্ভাব্য চব কথা তাত থাকিব লাগিব। তিনি ঘণ্টা যাতে মূৰ তুলিব লগা নহয়। তাক আকৌ বৈজ্ঞানিক পদ্ধতিত চিজিল কৰি বৈজ্ঞানিক পদ্ধতিত জেপত ৰখা। তাৰ পিছত পাচ-আঙুলিৰ ইন্দ্ৰজাল……বৰ দিগদাৰ। লোকৰ হতুৱাই অৱশ্যে লিখাব পাৰি। মোৰ নিচিনাটোৱে এক ধমক লগালে তল শ্ৰেণীৰ কোনকেইটা বাপৰ বেটাই লিখি নিদি পাৰে। পিছে পৰীক্ষা হলত গৈ ধৰিবই নোৱাৰি ক’ত কি আছে। লোকৰ আখৰ অনুবীক্ষণ দৃষ্টিৰে পঢ়াও পয়মাল।……প্ৰফেচাৰসকল হওতে ঠিক আছে। ঠিক হিচাপ কৰি কৰি নোট লগাই দিয়ে নহয়। দুশ-ডেৰশ ল’ৰা-ছোৱালীৰ একোটা ক্লাচত ষাঠিৰ ওপৰ নম্বৰ পাবলৈ পঢ়ে এজন বা দুজনে। বিশ-ত্ৰিশজনে পঢ়ে চল্লিশৰ ওপৰত থাকিবলৈ। বাকী বাইজ লম্বৰ-খানাতে তুষ্ট। গতিকে প্ৰফেচাৰসকলে নিজৰ কাম কৰে। প্ৰশ্নৰ আভাসো দিয়ে। ল’ৰাই পাচ কৰিলে তেওঁলোকৰ ভালেই। আমিও মূৰ ঘমাব নেলাগে। এনেকৈইতো পঢ়াশুনা আদি চলে। গতিকে চলি থাকে। আৰু এই এটেণ্ডেঞ্চ্‌ৰ কাৰবাৰটো। আৰু এডাল লাঠি। আমি অৱশ্যে পাৰ্চেণ্টেজ বুলিয়েই কওঁ। ইংৰাজীৰ প্ৰফেচাৰ এজনেহে এদিন ধমকালে বোলে কি পাৰ্চেণ্টেজ-পাৰ্চেণ্টেজ কৰাহে! এটেণ্ডেঞ্চ্ বুলি ক’বা। আমি তেও পাৰ্চেণ্টেজেই কওঁ। হিচ্‌কা হৈ গৈছেতো। আৰু শব্দনো কি। বুজি পালেই হয়। মাজে মাজে আন্দোলন কৰাটো

বেলেগ কথা। আন্দোলন কৰা যায়। আন্দোলন চলি থকাটো ভাল। পৰিৱেশ এটা থাকে। গা-মন ভালে থাকে। বহুত কিবা-কিবি কৰি থাকিব পাৰি। নহ'লে…অ' আমাৰ নিচিনা এইবোৰ দেশ কম 'ভাল্'নে। পাৰ্চেণ্টেজ! কেণ্টিনত বৰ বিজি থাকিব লাগে। ছোৱালীবোৰেও বহুত সময় লৈ লয়। গতিকে এটা এটাক ডিউটি দি পঠাব লগা হয়। এটা এটাই খুব বেছি দহটাৰ প্ৰক্সি মাৰিব। আৰু কিমান মাৰিব। আমাৰ ফাইলটোৰ আকৌ বোনাফাইড্ মেম্বাৰ-সংখ্যা উনত্ৰিশ। বৰ দিগ্দাৰ। পৃথিৱীত যেতিয়া কোনোৱা দেশত কপি কৰিবলৈ নিদিলে পৰীক্ষা নিদিওঁ বুলি দাবী কৰিব পাৰে তেতিয়া আমি ইণ্টাৰ্ণেল এচেচ্‌মেণ্টৰ দুটা নম্বৰৰ আশাত পাৰ্চেণ্টেজ গণ্টি কৰি থাকিব লগা হোৱাটো কম দুৰ্ভাগ্যজনক কথানে!

এনেবোৰ প্ৰতিকূল অৱস্থাৰ মাজত ইহাৰ সুযোগ এটা পাই যোৱাটো কম ভাগ্যৰ কথানে। উপলক্ষ্যটো হ'ল কলেজত নবী-দিৱস। দুদিন আমাৰ পৰাই বেচ হৈ চৈ ধুম-ধুপাল কৰি কটোৱা গ'ল। কলেজত ফাংচন মানেইতো আমাৰ ফাইলটোৰ একশ্চন আৰম্ভ হৈ যোৱা। গেট দিয়াৰ পৰা মাইক-চেট ফিট কৰালৈ। চিঠি বিলোৱাৰ পৰা বিশিষ্ট নিমন্ত্ৰিতৰ পিঠি খজুওৱালৈ। ঢেৰ কাম। প্ৰফেচাৰসকলে এনেই আমাক নেগ লেক্ট নকৰে। নকৰিও তেওঁলোকৰ উপায় নাই। কাণত ঠিলা নাকত সোপা লৈ কিমান আমাক পাৰ হৈ যাব। পৰাপক্ষত আমি থকা ফালে তেওঁলোক নাহেই। 'ভাল' শব্দ দুই-এটা নোকোৱাকৈ এটা বাক্যও কৈ আমাৰ ভাল নেলাগে। সুত নেলাগে। মনৰ ভাব ঠিকমতে প্ৰকাশ পোৱা যেন নেলাগে। আৰু এটাৰ নহয় এটাৰ মুখত একোটা কড়া চুৰট থাকিবই। গতিকে কাণত ঠিলা, নাকত কমাল। য'ত ধোঁৱা, ত'ত জুই। য'ত জুই, তত ধোঁৱা। আমিতো জুই। গতিকে ধোঁৱা। কাৰোবাৰ নাকত ধৰিলে কি উপায়। নবী-দিৱসলৈ মৌলবী টাইপৰ এজনক মাতি অনা হৈছিল নিৰ্দিষ্ট বক্তৃতা দিবলৈ। স্কুল-কলেজত এনেকুৱা যিবোৰ দিৱস-অনুষ্ঠান পতা হয় আৰু তাত যিবোৰ নিৰ্দিষ্ট বক্তৃতা দিয়া হয়, তাৰ পৰা ভাৱ হয়, বছৰে বছৰে নতুন নতুন মানুহ মাতি আনি, মাননীয় অতিথিৰ বাবে অহা-যোৱা আৰু খোৱা-বোৱা আদিৰ খৰচ বাবে বাৰে নকৰি কিছুমান ৰেকৰ্ড যদি উলিয়াব পৰা যায়, আৰু লাইব্ৰেৰীত যদি ৰাখি দিব পৰা যায়, আৰু সময়ে সময়ে যদি বজাই দিয়া যায়, কি লোকচান হয়। এতিয়াতো দেখা যায় "কি ক'লে"ত কৈ "কোন আহিল"টোহে ডাঙৰ কথা। পশ্চিমৰ ফালে শুনিছো কিছুমান মুছলমানে প্ৰাৰ্থনাৰ সময়ত টেপ্ ৰেকৰ্ডাৰ বজাই দিয়া আৰম্ভ কৰি দিছে। আমাৰ ফালে পূজাৰী-পুৰোহিতৰ চাউল-কেইটা মৰাৰ তেনে কোনো ব্যৱস্থা এই পৰিমিত হোৱা নাই। আমি মিটিঙত বহিছিলো। চাপৰি বজাবলৈকোতো মানুহ লাগে। নহ'লে এনে সভাবোৰত স্কুল-কলেজত ল'ৰা-ছোৱালী বৰ নেথাকে। শিক্ষক-প্ৰফেচাৰো নেথাকে। ছোৱালী

থাকিলে সভাসদ কিছু বাঢ়ে। পিছে আজিকালি ছোৱালীয়েও মিটিঙত বহাতকৈ কেন্টিনত বহি ভাল পায়। সেইদিনা এজন প্ৰফেচাৰে পঢ়াওতে কোৱা বাক্য এটা হঠাৎ মই শুনিছিলো—আই উইল্ ডাইন লে'ট, দি গে'ইচ। ফিউ এণ্ড্ চিলেক্ট·;····· তেনেকুৱা কিবা কাৰবাৰ বোধহয়। বক্তাজনে কৈছিল পিতৃ-মাতৃৰ কথা। ধৰ্ম-শাস্ত্ৰ বোৰত বোলে পিতৃ-মাতৃৰ প্ৰতি সন্তানৰ কৰ্তব্যৰ কথা বৰকৈ কোৱা হৈছে। পিতা ধৰ্ম, পিতা স্বৰ্গ, পিতা পৰম তপস্যা।···স্বৰ্গ হেনো মাতৃৰ চৰণৰ তলত। পিতা খুচি হ'লেই হেনো ভগৱান খুচি হয়।······ইত্যাদি। ইত্যাদি। সন্তানৰ প্ৰতি পিতৃমাতৃৰ কৰ্তব্যৰ কথা শাস্ত্ৰত কি কৈছে একো কোৱা নাছিল। কিবা কৈছে নিশ্চয়। পেটটো ওকট পাকট লাগিছিল মোৰ। হঠাৎ ভোক লাগিছিল হ'বলা। ফাইলৰ দ্বিতীয় এটালৈ চাই পঠিয়ালো। সিও চালে। তাৰ চকুৰ ভাষাত বুজিলো—শাস্ত্ৰৰ এই জগতখনত আৰু কেইমিনিটমান বহি থাকিলে তাৰ মূৰ্চ্ছা যোৱাৰ সম্ভাৱনা। দুৱাৰেৰে বাটলৈ চাই দেখিলো বাটেৰে কেইজনীমান ছোৱালী গহীন গহীনকৈ গৈছে। যেন গভীৰ কিবা আলোচনাত ব্যস্ত। বাটটো কেণ্টিনৰ বাট। মই থিয় দিলো। অলপ অগা-পিছাকৈ ইফালে-সিফালে আৰু ছয়-সাতটা থিয় হ'ল। পদূলি পাই এবাৰ ঘূৰি চালো। আৰু কেইটামান উঠিছে।

কেন্টিন পূৰা জমি উঠিল। প্ৰথমেই বেধুম হাঁহি। এটা ডাঙৰ তত্ত্বৰ ব্যাখ্যা লৈ পিতা স্বৰ্গ মানে পিতাই বাস কৰা স্বৰ্গখন নে পিতাই পুত্ৰলৈ নিৰ্মাণ কৰি দিয়া স্বৰ্গখন। দুয়োখনতে আমাৰ চূড়ান্ত আপত্তি। এটাই মাজতে টিপ্পনী কাটিলে—মৌলবী টাইপ বক্তা হেনো আগতে গাঁৱৰ মানুহ। নগৰত চাকৰি আৰু বসবাস। গাঁৱত বুঢ়া বাপেক এতিয়াও কষ্টে-মষ্টে জীয়াই আছে। পুতেকে নিজৰ পছন্দ আৰু বাপেকৰ অপছন্দমতে বিয়া কৰাই স্ত্ৰী বুদ্ধি মতে চলি নগৰত ঘৰ-বাৰী কৰি যথেষ্ট শ্ৰীবৃদ্ধি কৰিছে। ইত্যাদি। আৰু এক জাউৰী হাঁহি। চাহ চিঙ্গাৰা। আৰু সঞ্জয়ৰ বক্তৃতা। আমাৰ মাজত সঞ্জয়ৰ বেচ মাথা আছে বুলি আমি বিনা প্ৰতিবাদে মানি লওঁ, সি অলপ পঢ়াশুনাও কৰে হ'বলা। কাৰণ মাজে মাজে সি খবৰ কাগজত ওলোৱা কিবা-কিবি কথাও কয়। বাকীবোৰৰ কথা নেজানো—মই নিজে কাগজ-পত্ৰ নপঢ়ো। কি যে বে-চাইজৰ বস্তু এটা। পঢ়া কথা দূৰেই, লৈ-মেলি চন্তালি থকাই দিগদাৰ। কেতিয়াবা অগত্যা চাব লগা অৱস্থা হ'লে কোন কোন হলত কি কি চিনেমা চলিছে চাওঁ। এবাৰহে বৰ লাজ পাইছিলো। লাজো পাইছিলো খঙো উঠিছিল। এইযে অব্জেক্টিভ্ প্ৰশ্নবোৰ। কি এটা কাণ্ড। জঘন্য। 'তুমি জনা এখন অসমীয়া বাতৰি কাকতৰ নাম লিখা।' এটা বি-এ ষ্টুডেন্টক এনে এটা প্ৰশ্ন দিব পায়নে? ইফালে এজনী ছোৱালী, সিফালে এটা তল শ্ৰেণীৰ ল'ৰা। সুধিবও নোৱাৰি। খঙত মূৰ গৰম। গৰমতে লিখি দিলো—

'দৈনিক অসম জনমভূমি'। প্ৰফেচাৰে বহী ঘূৰাই দিওঁতে দাঁতিত লিখি দিছে "দৈনিক (অসম, জনমভূমি)।" তাৰ দাঁতিত এটা প্ৰকাণ্ড বঙা শূন্য। সঞ্জয়ৰ চব কথা দুবুজো। বুজাৰ দৰকাৰো নাই। ডাঙৰ ডাঙৰ কথাবোৰ বুজাৰ আচলতে সংসাৰত দৰকাৰেই নাই। নহ'লেনো পৃথিৱীত গণতন্ত্ৰ দুবুজা মানুহবোৰেই গণতন্ত্ৰৰ হৰ্তা-কৰ্তা—বিধাতা হৈ ওভতগোৰে নাচি থাকিব পাৰেনে। মুঠতে সঞ্জয়ে কথা ক'ব পাৰে। কামৰ ডিউটি আমাৰ। অৱশ্যে তাৰ কথা মতে যে আমি কাম কৰো সেইটো নহয়। কামৰ নিৰ্দেশ আনৰ। সেইবোৰ ঢেৰ কথা। সিদিনাৰ সঞ্জয়ৰ বক্তৃতাৰ সাৰমৰ্ম হ'ল—পিতাইতক দেৱতা জ্ঞান কৰাৰ জামানা কাহানিবাই গুজৰি গ'ল। এতিয়া পিতাবোৰক পুত্ৰ জন্ম দিয়া বাবে আন একো শাস্তি যদি দিব পৰা নেযায় (বেত-জৰিমনা-জেল) তেন্তে নাকত অকণ অকণ ছাই সানি এৰি দিয়া দৰকাৰ। কাৰণ তোমালোকে আমাক কি দিছা, কি দিব পাৰিছা, এবাৰ ভাবি চোৱাচোন। যি খাবলৈ মন যায় খাবলৈ দিব পাৰিছা? যি পিন্ধিবলৈ মন যায় পিন্ধিবলৈ দিব পাৰিছা? বাৰু নেলাগে। অলপ সংযম, অলপ ত্যাগ, অলপ আশা-নিৰাশা, এইবোৰ দৰকাৰ। পোন আৰু সাৱলীল গতিত চৰিত্ৰ গঠন নহয়। ব্যক্তিৰে হওক জাতিৰে হওক প্ৰথম প্ৰয়োজনীয় বস্তুটো হ'ল চৰিত্ৰ। অলপ একাঁ-বেঁকা, খুন্দা-খুন্দলি, এইবোৰৰ অভিজ্ঞতা দৰকাৰ। কিন্তু নিৰাপত্তাৰ কথাটো বেলেগ। আৰ্থিক নিৰাপত্তা তোমালোকে আমাক কি দিছা? স্বচ্ছলতা নেলাগে। নিৰাপত্তা। তোমালোকে দেশখনৰ অৱস্থা কি কৰিলা চোৱাচোন। উট চৰাইৰ দৰে মূৰ গুজি নিৰ্লিপ্ত ধ্যানযোগীৰ ভাও জুৰি থাকোতে থাকোতে ধুমুহাই ছালৰ শেষডাল খেৰো উৰুৱাই নিলে। আৰু এতিয়া আৰু দোষ দিয়া, তাক দোষ দিয়া। অভিযোগ কৰা আমি নতুন মানুহবোৰৰ একোতে আস্থা নাই বুলি। ফোপোলা বুনিয়াদত আস্থা থাকে বুৰ্বকৰহে। কি লাভ, কি ফায়দা। তুমি পাঠশালাৰ মাষ্টৰ। তুমি নিমথ-ভাত খাই নিৰ্বিকাৰ। কাৰোবাৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰি ধাৰ্মিকতা দেখাইছা। আৰু মাষ্টৰ নহৈ স্কুল ব'ৰ্ডৰ অফিচৰ কেৰাণী হোৱাজনে তোমাৰ ভাগৰে কাঢ়ি খাই বৰ-পেটুৱা হ'ল। ফিয়েট কিনিলে। তুমি ধূলি খালা। তুমি কিনোতাজন। ব্যৱসায়ৰ মূলবস্তু বস্তু কিনাৰ কাম তোমাৰ। তুমি চোলা এটা কিনিলে চাদৰ এখন কিনিব নোৱাৰা হোৱা। তোমাৰ ঘৈণীয়েৰাই মানুহৰ আগত ওলাব নোৱাৰি গা-ভাল নহয় বুলি শুই থাকে। অথচ দোকানী, যোগান বিভাগ, কৰ বিভাগ এইবোৰে আনহোলি-এলায়েন্স কৰি তামোল এখন মুখত ভৰাই গুৱাহাটীত প্লেনত উঠে আৰু কলিকতাত গৈ পিক্ পেলায়। তোমাৰ পেন্দুকণা জীয়েৰৰ এটকীয়া বডি-চোলাটোত তুমি দিব লাগে চাৰি টকা। তাৰ পিছত তোমাৰ জেপত যেতিয়া একো নেথাকে জেপ ফুটিলনেকি বুলি খেপিয়াই চাই মন তাপৰাৰ চেষ্টা কৰা। বিলৰ মাছ-পুঠিকেইটাও তোমাৰ চকুৰ আগত

পাঁচ বাৰ ভাগে ভাগে লাভত বিক্ৰী হৈ শেষত যেতিয়া তুমি দৰ-দাম কৰিছা তেতিয়া মাছৰ গন্ধ আৰু গোন্ধ দুয়োটা শীৰ্ষ বিকৃত। তুমি দেখি আছা হেজাৰখন পাঠশালাত বেঞ্চ নাই, বেৰ নাই, বোৰ্ড নাই, মাষ্টৰ নাই, কেতিয়াবা দৰ্মহাও নাই। অথচ তাৰ মাজতে চখৰ কিণ্ডাৰ-গাৰ্টেন, মন্তেস, নাৰ্চাৰী। 'বেবী' গাড়ীত আহিছে, স্কুটাৰত আহিছে। ভৱিষ্যতৰ শোষক আৰু শোষিতৰ শ্ৰেণী নিৰ্মিত হৈছে। দেখি-শুনি-জানি তুমি জড়দগৱ হৈ বহি আছা। হাতত বন্দুক ল'ব নোৱাৰা, জেওৰা খৰি এডালতো ল'ব পাৰিলাহেঁতেন। তাকো নোৱাৰা টেঁটু ফালি চিঞঁৰিবতো পাৰিলাহেঁতেন। নপুংসক বেশ্যালয়ত সোমালেও উত্তেজিত নহয়। আৰু এতিয়া পিতা স্বৰ্গ। বোলো হেৰা পিতৃ-পুৰুষসকল, তোমালোকৰ কোনো দাবী নাই আমাৰ ওপৰত। আমি যদি কিবা আন্দোলন কৰো অথবা কিবা উত্তগালি কৰে। তোমালোকৰ মাত মতাৰ কোনো অধিকাৰ নাই। কাৰণ কি অধিকাৰ আছিল তোমালোকৰ স্বাধীন দেশৰ নাগৰিক হৈ দেশ-জোৰা অন্যায়, দুৰ্নীতি, দুষ্কৃতি, ৰাজনীতিৰ ভণ্ডামি চাই চাই আধা-জীৱন পিঠি-পোৰা-ঢোদৰ পৰিনাতিৰ দৰে পাৰ কৰি দিবলৈ? কি অধিকাৰ আছিল তোমালোকৰ 'ৰাজনীতি স্কাউণ্ড্ৰেলৰ প্ৰফেশ্যন' বোলা কথাষাৰ ইমান নিৰ্লজ্জভাৱে প্ৰমাণ কৰাত উঠি-পৰি লাগিবলৈ আৰু বাৰে বাৰে পৰি পৰি মাৰ খাবলৈ? মানুহ চিনি পাবলৈ অকণমান বুদ্ধি-বৃত্তি লাগে। বুৰ্বকেহে টোকৰ মাৰিলে ধেং কৈ উঠা টেকেলিও নফটা বুলি ভাবিব পাৰে। তোমালোকে ফটা টেকেলি যুগ যুগেও নিচিনিলা। নিচিনি মা-বাপ চৰকাৰৰ ঘৰক দল-বাগৰাৰ কচৰতৰ ক্লাব-ঘৰ কৰিলা। আৰু এতিয়াও তোমালোক আমাৰ তপস্যাৰ উৎস। তোমালোকৰ নাম ধুই আমি পানী খাব লাগে। ছোঃ।

সঞ্জয়ৰ মুখ খোল খালে জাপ নেযায়। 'কি মুখ মেলিব পাৰি জপাব নোৱাৰি' বুলি সাঁথৰ সুধিলে আজিৰ ভাইটি-ভণ্টিয়ে তপৰাই উত্তৰ দিয়ে 'ৰাজনৈতিক নেতাৰ মুখ।' সঞ্জয়ক সিহঁতে চিনি নেপায়। পোৱা হ'লে 'তাৰ মুখ' বুলি ক'লেহেঁতেন। তাৰ কথা শুনিবলৈ আটাইতকৈ ভাল হয় যেতিয়া সি ছাত্ৰানাং অধ্যয়নং তপঃ নে কি সেই শ্লোগানটোৰ ওপৰত লেক্‌চাৰ চাৰে। মোৰ বেছি ভাল লাগে। মই ভবা-চিন্তা এইবোৰ কৰি বেয়া পাওঁ। কিবা এটা কথা ভবাৰ কথা ভাবিলেই মোৰ মাথাটো গৰম হৈ যায়। ধুৰ, কোনে ভাবে। হেজাৰ যুগে মানুহে কম ভাবিছেনে! ভাবি ভাবি কত নীতি-নিয়ম। ফল কি, ফুটুকাৰ ফেন? কিন্তু যদি মই ভাবিলোহেঁতেন বোধহয় তাৰ নিচিনাকৈয়ে ভাবিলো হেঁতেন। ঠিক কথা! কিয় পঢ়িব লাগে! মোৰ দৰে এটা পেটে-ভাতে খাই দিনটোত গড়ে এশবাৰ হতাশাৰ হুমুনিয়াহ কঢ়া মানুহৰ ল'ৰাই কিয় পঢ়ি মূৰ ঘোলা কৰিব লাগে। দেউতাইতো কাকো এল-পি স্কুলৰ মাষ্টৰী এটাৰ বাবেও হেজাৰ-ডেৰ হেজাৰ টকা লেফাফাত ভাৰাই দি আহিব নোৱাৰে। আন কামৰ বাবে

কাৰোবাক ইনফ্লুয়েন্স্ কৰাৰ কথাইতো নাই। তেন্তে! চাকৰি নকৰি অন্য ধৰণে ধন ঘটাত এদিন যদি লাগিবই লাগে তেন্তে এইকেইটা দিনতে যিমান পাৰি দুষ্ট বুদ্ধি শিকি লোৱাই ভাল। সেয়া শিকিছো বোধহয় কিছু কিছু। ছাত্ৰ জীৱন মধুৰ জীৱন বাবে যিমান দিন পৰা যায় ছাত্ৰ হৈ থকাৰ চেষ্টা এটাও কৰিছো আৰু তাত দোষনো কি!

কেইবিধমান দোকান আছে। সততা বোলা পদাৰ্থ বিধ অকণমান বাদ দিব পাৰিলে তাৰ সমান আৰু দোকান নাই। তাবে মোক্ষম বিধ হ'ল ঔষধৰ দোকান। এটকা পাঁচ পইচাৰ এটা ঔষধ সময়ত তুমি পাঁচ টকাত নিৰ্ঘাত বেচি দিব পাৰিবা। সুবিধা আহিলেই হ'ল। বেমাৰ যেতিয়া হ'বই আৰু ডাক্তৰ বেছি হোৱাৰ লগে লগে বেমাৰ বেছি হৈ যাবই যেতিয়া সুবিধা আহিবই। গতিকে সেইবিধ দোকানৰ মজিয়া সৰা ল'ৰাটোৰো পেট ছমাহতে পেটাৰী হয়। তেনে বিধৰ এখন দোকানেই নহয়নো কি? তুমি পঢ়িব লাগে দহোটা পদ্ম। কিতাপত আছে এশটা পদ্ম। এটা পদ্মত দহ-পইচাকৈ হ'লে এটকা কিতাপৰ সৰ্লনি তুমি দহ টকাৰ কিতাপ কিনা। আৰু কিনিব লাগিবই। আৰু পথ্য অৰ্থাৎ নোটৰ কিতাপৰ দাম বিশ টকা হ'বই। সেয়াতো আৰু কিনিব লাগিবই। নহ'লে যে বেমাৰ টান। পঢ়া-নপঢ়া,—পৃষ্ঠা ফালি ফালি ঠিক মতে ঠাক লাগাই জাপি-জুপি পৰীক্ষা-ঘৰলৈ আনিবলৈকোতো নোট কিনিব লাগিবই। অকল কিতাপতে নে? দোকানী কাৰবাৰ শ্ৰেণীত। টিউশ্যন নললেও হৈ যোৱা কিবা শ্ৰেণী আছে? এম. এতো টিউশ্যন, এল. পিতো টিউশ্যন। যেনিবা কেতিয়াবা টিউশ্যন নকৈ কোচিং বুলি কোৱা হয়। প্ৰত্যেকেই ধন ঘটাত ব্যস্ত। পজা প্ৰাসাদ হৈছে। ফাণ্টু তুপইচা অৰ্জাৰ কত পথ ইয়াত। বুজাই কোৱাৰ দৰকাৰ নাই। আকলমন্দৰ বাবেতো ইচাৰাই কাফি। প্ৰকাশ সম্থাৰ পৰা পৰীক্ষা সম্থালৈ চৰতে ভেকুৰ-ভেকুৰ গোন্ধ। পঢ়ি-শুনি পাচ কৰাতকৈ আন ধৰণে পাচ কৰিবলৈ ভাল। আৰু পঢ়িলেও যিবোৰ শিকা যাব সেইবোৰৰ দামনো কি? দাম যে বিশেষ একো নাই, দাম যে কেৱল চাৰ্টিফিকেটখনৰহে সেই কথা সকলোৱে জানে। আৰু সেই কাৰণেই আজিকালি ঢেৰ স্কুল-কলেজত ল'ৰা-ছোৱালী শিক্ষক, প্ৰধান-শিক্ষক আদিৰ সৈন্য সামন্ত। আজিকালি স্কুল-কলেজবোৰত কাজিয়া থকাটো নিয়ম। কাৰণ শিক্ষাই শিক্ষানুষ্ঠানৰ একমাত্ৰ পদাৰ্থ হৈ থকা নাই। ক্ষমতাৰ ট্ৰফিৰ বাবে থৈয়া-নথৈয়া ৰণ সৰ্বত্ৰ। আৰু য'তে ৰণ তাতে ৰণুৱাৰ প্ৰয়োজন। ক্ষমতাৰ ৰণ মানে আজিকালি ৰাজনীতি আৰু আজিকালি ৰাজনীতিৰ ব্যাপক শৰীৰত সমাজ-সেৱাৰ পৰা ধৰ্মলৈ সৰ্ববিধ অন্তৰ্ভুক্ত। গতিকে তোমাক সেনা-বাহিনী লাগিলেই। ভালমতে সজাই-পৰাই কোৱা, পাৰা মানে ওপৰলৈ তুলি ধৰা, পৰীক্ষা-পাচৰ নিশ্চয়তা দিবাই, তোমালোকে সৈন্যবাহিনী পাবা। একেবাৰে 'দেয়াৰচ্ নট্ টু কুৱেশ্চন হোৱাই' টাইপৰ সেনা-বাহিনী। গতিকে আমি কিয় পঢ়িম? আমাৰ ধৰ্ম কি?

ধৰ্ম ? ঠিকেই। এতিয়াও ধৰ্ম আছে। এতিয়াও বিভিন্ন অনুষ্ঠানত ধৰ্মানুষ্ঠান পতা হয়। মিটিং বক্তৃতা, খানা-পিনা, ইত্যাদি হয়। বৰ হাঁহি উঠি যায়। আজিকালি ধৰ্মৰ আৱশ্যকতা কিজানি এনেকৈ ফাংশ্যন পাতি কিবাকিবি কৰাতহে আছেগৈ। আৰু ভোটৰ সময়ত ভোট গোটাবৰ সুবিধাৰ বাবেও বস্তুটো কামত আহে। আগৰ মানুহৰ অন্ততঃ স্বৰ্গৰ লোভটো আছিল। আজিকালি সেইটো নাই। মানুহে ছাগৈ ভাবে স্বৰ্গৰ ঘৰবোৰ যেনেকুৱাই নহওক বৰ পুৰণি ধৰণৰ হ'ব ছাগৈ। মডাৰ্ণ মানুহে তাত থাকি নিশ্চয় ভাল নেপাব। গতিকে ইয়াতে ভাল ঘৰ সাজিবলৈ যত্ন কৰা কি বেয়া। তাত বা চেনিটেশ্যন কেনেকুৱা, নলা-নৰ্দমা···

নলা-নৰ্দমা ? বেধুম হাঁহি। কুৎসিত, অশ্লীল হাঁহি। এবাৰ এটা বৰ মজাৰ কাণ্ড হ'ল। মিউনিচিপালিটিৰ নৰ্দমাৰ ওপৰেৰে ফুট-পাথ। ফুট-পাথ এক বিশেষ ঠাইত ফুটিল। প্ৰায় এফুট ব্যাসাৰ্দ্ধৰ এটা বৃত্ত। শ্লেব বনাওতে ঠিকাদাৰে ব'ড ফাঁকি কৰিছিল। এতিয়া ৰিপেয়াৰ হ'ব। হ'ব কেতিয়া কিন্তু ক'ব নোৱাৰি। কাৰণ ৰাজহুৱা। আমাৰ এক বন্ধু সেই পথে গৈছে। সিফালে সিটো ফুট-পাথেৰে "চাওঁচোন কোন পুৰুষ-প্ৰবৰে নেচাই পাৰে" ধৰণৰ ড্ৰেচ কৰি দুই গাভৰু আহিছে। বন্ধুবৰে দৰ্শনেন্দ্ৰিয়ৰ বাহিৰে বাকী ইন্দ্ৰিয়ক সাময়িক ছুটি দিলে। আৰু "হুকথ্"। ওলাই যেতিয়া আহিল তেতিয়া অৱস্থা অবৰ্ণনীয়। সাধুকথাৰ "ভুচুং পহু"লৈ চাব পাৰিলেও বন্ধুলৈ চোৱা নেযায়। কেইবা বছৰৰ পুৰণি যত চব বস্তু নাক পৰ্যন্ত। বন্ধুক তেতিয়া বেচ নিৰ্বিকাৰ দেখা গ'ল। ধুই-পখালি পৰিষ্কাৰ হ'ল। কাপোৰ-কানি পিন্ধি আগৰ দৰে হ'ল। কিন্তু তাৰ পিছত খাবলৈ বহিলেই বমি অহা হ'ল। তাৰ পিছত বন্ধুৰ শেষ পৰিণতি কি হ'ল নক'লোৱেইবা।

কেৱল মাথোন···কেৱল মাথোন মোৰো কেতিয়াবা নিজকে সেই বন্ধুজন যেন লাগে। একো যেন হজম নহয়। বমি বমি ভাব। অথচ···এই-লৈয়েতো জীয়াই আছো।

# হাত

—মাতিছিল হেনো দদাইদেউ ?

মাতটো বেচ মিহি। মিঠা ; কিন্তু স্পষ্ট। কণমানো জড়তা নাই। এটা স্বাধীন মাত। কাৰো ওপৰত অকণমানো নিৰ্ভৰ নকৰা মানুহৰ মাত। আৰু ছোৱালীৰ মাত।

কেটেৰেক্ট্ অপাৰেশ্যন্। দুয়োটা চকুৰে। পঢ়োতে লাগে প্লাচ্ চৈধ্য চশমা। এনেই চাওঁতে প্লাচ্ দহ। অৱসৰ প্ৰাপ্ত ডি-আই অব্ স্কুলচ্, প্ৰথমতে মাষ্টৰ আছিল। পাচত ইন্সপেক্টৰীয়েল লাইনলৈ গ'ল। গৈ অজস্ৰ টকা-পয়চা কৰিলে। শিক্ষকে টকা পয়চা কৰিব নোৱাৰে। শিক্ষকৰ কাম চোৱা মানুহে পাৰে। শিক্ষক-শিক্ষানুষ্ঠানৰ টকাৰেই পাৰে। অজিত কাকতীৰ ল'ৰা চাৰিটা। কেউটাই পঢ়িছিল। পিচে এটাকো চাকৰি কৰিবলৈ দিয়া নাই। বেলেগ বেলেগ ধৰণৰ কাৰবাৰত লগাই দিছে। নিজেও খা-খবৰ ৰাখে। টকাই টকা আনে। নহ'লে টকাবোৰ অলস হৈ পৰি থাকে। ল'ৰা-কেউটাও চটফটীয়া, টেঙৰ। উপায় নেথাকিলে যেই হওক, উপায় থকাত মানুহে পৰাধীনতা কৰাৰ একো মানে নাই।

প্ৰথমতে পঢ়ি থকা খবৰ কাগজখন নমাই থলে তাৰ পিচত প্লাচ্ চৈধ্য যোৰ খুলিলে। প্লাচ্ দহযোৰ পিন্ধিলে। তাৰ পিচত চালে।

এজনী ষোল-সোতৰ বছৰ বয়সীয়া ছোৱালী। শকত-আৱত নহয়। কিন্তু বৰ আটিল মচোৱা সাপৰ দৰে দেহ। কুমাৰ মাটিৰে গঢ়া যেন। বগা নহয়। কিন্তু উজ্জ্বল তাম-বৰণীয়া। হাত-চকু-ওঁঠ-মুখ সকলোতে পৰিশ্ৰমৰ ৰেখা। কিন্তু পৰিশ্ৰমৰ দুঃখৰ নহয় ; পৰিশ্ৰমৰ সৌন্দৰ্য্যৰ। পৰিশ্ৰম যাৰ বাবে অনুযোগ নহয়, পৰিশ্ৰম যাৰ বাবে আনন্দ, তেওঁক পৰিশ্ৰমে এক অপৰূপ ৰূপ দান কৰে।

অজিত কাকতী থতমৎ খাই গ'ল।

—তুমি ?

—ৰঘুৱে ক'লে, মোক হেনো মাতিছিল ?

কথাটো বুজি উঠোতে অকণমান সময় লাগিল তেওঁৰ। কিন্তু তেওঁ ঠিকেই বুজি পালে।

ৰঘু দিন-হাজিৰা কৰি খোৱা মানুহ। অজিত কাকতী সকলো কামত ৰঘু এটা অপৰিহাৰ্য্য মানুহ।

ঘৰটোৰ কেউফালে বিস্তাৰিত চৌহদ অজিত কাকতীৰ। চৌহদৰ একালে তেওঁ নীঘলকৈ এলানি খোৱৰ ঘৰ সাজি দিছে। একোটাকৈ কোঠা আৰু তাৰ গাতে লগাকৈ বান্ধনি ঘৰ। উমৈহতীয়া পানী কল ইত্যাদি। ৰিক্সাবালা, ঠেলাবালা, ফেৰীৱালা, পানীৱালা ইত্যাদি ত্ৰিশটামান মানুহ থাকে। তিনি-চাৰিশ মান টকা ভাৰা পায়। ৰঘুৱে তাৰ লগৰ দুটামান মানুহ লৈ গোটেই ঘৰটোৰ মেৰামতিৰ কাম কৰিছিল। ভাগি যাব ধৰিছিল। কাকতীয়ে ৰঘুকেই কৈছিল ঘৰটো লিপা-পোচা কৰিবৰ কাৰণে কাৰোবাক বন্দোবস্ত কৰি দিবলৈ। ৰঘুৱে এই ছোৱালীজনী পঠাই দিছে।

* * *

ৰাজমিস্ত্ৰীৰ কৰণীৰ দৰে নিশ্চিত।

ভাস্কৰৰ হাতুৰীৰ দৰে দৃঢ় স্থিৰ।

শিল্পীৰ তুলিকাৰ দৰে কোমল-নিৰ্ভুল।

বেৰ-লিপা ছোৱালীজনী। লিপিকা তাইৰ নাম। বেৰ লিপি যায় তাই, বেৰ লিপাই কাম। সমাজৰ চেহেৰাক চৌখিন মাৰ্জিত আৰু আবুৰ কৰাৰ দাম—পাঁচ টকা।

—লিপিকাৰ জীৱিকা।

—তোমাৰ নাম কি বুলিলা ?

—লিপিকা

—কি ? লিপিকা ! বাহ্ ! বেচ নামতো। কোনে থলেহে ?

ফিক্ কৰে হাঁহিলে তাই। হাঁহিলে ছোৱালীজনীৰ গাল দুখনত দুটা ধুনীয়া টোল পৰে। গোটেই মুখখন জিলিকি উঠে। চকুহাল আৰু দাঁতবোৰ চিক্‌চিকাই উঠে। নামটোৰ মানে কি লিপিকাই নেজানে। কিন্তু মানুহে যে তাইৰ নাম লিপিকা হোৱাত অকণমান আচৰিত হয়, সেইটো জানে। কিন্তু কিয় নেজানে।

—দেউতাই। দেউতাই গেৰেজত কাম কৰে নহয়। গেৰেজৰ মালিকৰ জীয়েকৰ নাম। মোৰ নামো থলে।

—এৰা। মই বোলো আকৌ···

আচলতে অজিত কাকতীৰ ক'বলৈ একো নাছিল। সেয়ে তেওঁ আধাতে ৰৈ গ'ল।

লিপিকাই বহুত পৰৰ পৰাই মন কৰিছে কথাটো। এই বস্তুটো তাইৰ চিনাকি। দোকানৰ পৰা কিবা এটা কিনিলে দোকানীয়ে তাইক ভঙা পইচা কেইটা ঘূৰাই দিওঁতে এপৰ বেলি কৰিব। হিচাপ কৰিয়ে শেষ নহয়। টেপৰ পৰা পানী আনিবলৈ যাব। তাইতকৈ বয়সত থেৰ সৰু হেৰেঘৰ ঘৰৰ বনকৰা ল'ৰা মুঁতিৰ বাল্টিটো ধোৱাই শেষ নহয়। ৰৈ থাকা তুমি মনোহাৰী দোকানৰ মালৰ দৰে নিজকে দেখুৱাই দেখুৱাই। তাইৰ

কাম কৰা চাবলৈ আৰু দিহা দিবলৈ অহা অজিত কাকতীৰ প্ৰায় এঘণ্টামানেই হ'ল। বুঢ়াৰ বয়স তিনি কুৰি পাঁচ দহমান হ'ব। চকুকেটাৰ বাহিৰে এনেই মানুহটো টকুটকীয়া হৈ আছে। কাম চোৱাৰ চলেৰে বুঢ়াই তেতিয়াৰে পৰা আচলতে ঘূৰিপকি তাইকে চাই আছে। ইটো-সিটো কথা তেওঁ কৈ আছে। কিন্তু নিজৰ কথাতে তেওঁৰ কোনো মনোযোগ নাই। প্লাচ. দহ চস্মাৰ ফাঁকেৰে প্ৰসাৰিত হৈ পৰা তেওঁৰ দৃষ্টি তাইৰ সৰ্বাঙ্গত পিটপিটাই ফুৰিছে।

কথাৰ ফাঁকতে আহি আহি এবাৰ তেওঁ তাইৰ নিচেই কাষত থিয় হৈছিলহি। এটা নামহীন ভাবাবেগত লিপিকা ভিতৰি ভিতৰি চটফট কৰি উঠিছিল। মন গৈছিল বেৰত নলগাই এলেপা বোকা দিয়েনেকি লগাই বুঢ়াৰ চস্মাত। অনিচ্ছাকৃতভাৱে নে ইচ্ছাকৃতভাৱে লিপিকাই নেজানে ; কিন্তু হঠাৎ তাই টুলখনৰ পৰা পৰি যাব ধৰিছিল। অকাৰণতে। আৰু অজিত কাকতীয়ে বয়সক বুঢ়া আঙুলি দেখুৱাই বেচ তৎপৰতাৰে তাইক ধৰি পেলাইছিল। আৰু ধৰি উঠি এৰি দিওঁতে প্ৰয়োজনতকৈ বহুত বেছি সময় লৈছিল। কিয় কোনে জানে। এনে ক্ষেত্ৰত বিমোৰ হৈ যায়তো মানুহ। লিপিকাৰ কিন্তু হাঁহি উঠিছিল ভাবি, এতিয়াই বাৰু ক'লে বুঢ়াই হাজিৰাটো এটকামান বাৰু বঢ়াই দিবনে ?

ভিতৰৰ পৰা অজিত কাকতীৰ পত্নীৰ ব্যতিব্যস্ত উচ্চ মাত শুনা গ'ল। ভিতৰৰ পৰা তেওঁ নিশ্চয় ইতিমধ্যে বহুত নিষিদ্ধ দৃশ্য দেখি পেলাইছে। আনে দেখাতকৈ তেওঁ বেছি দেখিব। কাৰণ আনে জনাতকৈ তেওঁ অজিত কাকতীক বেছি জনাৰে কথা।

—কিনো চাই আছে তেতিয়াৰে পৰা পিটিকি পিটিকি। তাই কাম জনা মানুহ। নিজেই কৰি থাকিব। আহক। গা-পা ধুই ওলাওক। আজি ট্ৰেজাৰীলৈ নেযাব জানো পেন্সন আনিবলৈ।

পেন্সন ! শব্দটো যেন বৰ বিষাক্ত এপাত কাঁড়। আৰু বৰ নিৰ্মম মুহূৰ্ত্তত কাঁড়পাত নিক্ষেপ কৰিছে। নীৰলা কাকতীয়ে—অজিত কাকতীৰ দুকুৰী পোন্ধৰ বছৰ বয়সীয়া পত্নীয়ে। তেওঁ আলাসতে খোজ কাঢ়ি আহিছিল। তললৈ খহি পৰিল।

লিপিকাই সকৌতুকে চকিতত এবাৰ তেওঁলৈ চালে। অজিত কাকতীয়ে দূৰৰ পশ্চিমৰ আকাশলৈ চাই পঠিয়াইছে। তায়ো সেইফলে চালে। কাকতী গ'লগৈ। তেওঁ আহোতে হাতৰ লাখুটিদালৰ তলমূৰটো মাটিত নলগোৱাকৈ আহিছিল। এতিয়া যাওঁতে গোটেই গাৰ ভৰ লাখুটিদালত দি গৈছে।

লিপিকাই দেখিলে পশ্চিমৰ আকাশখনৰ বং বৰ নিৰাসক্ত। বেদনাক্ত ধূসৰ নীলা। কিন্তু পশ্চিম ফালে পিঠি দি শীতৰ বদ-কাচলি লৈ বেতৰ চকিত বহি অজিত কাকতীৰ বাৰাণ্ডাত ফিল্ম আলোচনী যি চাই আছে তেওঁ অকণো নিৰাসক্ত নহয়। স্ফূৰ্ত্তিত নচুৱাই থকা কুকুৰৰ নেগুৰৰ দৰে সমান ছন্দত নাচি থকা ভৰি দুখনে অন্ততঃ কোনো

বেদনাক্ত ধূসৰতাৰ ইঙ্গিত দিয়া নাই। তাত এটা অৱদমিত কিন্তু গোপন-সক্রিয় দুষ্টামিয়ে কাম কৰি আছে অনবৰত।

বাওঁহাতত দেহৰ ভাৰ, বেৰত ভেঁজা।
চুলি টানি বন্ধা, উন্নত শিৰ, সতর্ক জঙ্ঘা
কেতিয়াবা টুলত, অথবা মাটিত,
সোঁহাত সততে নৃত্যৰতা।
নৃত্যৰতা এক বুকু নতুন যৌৱন। তাইৰ আশা।

কিন্তু লিপিকাই ঠিক গম পায়। এইযে ডেকাজন বাৰাণ্ডাত বহি বহি ৰ'দ লৈ লৈ আলোচনী পঢ়ি আছে, আচলতে তেওঁ একো পঢ়া নাই। তেওঁ কলেজত পঢ়ে। নাম অভিজিত কাকতী। অজিত কাকতীৰ ভতিজাক। ঘৰ গাঁৱত। খুড়াকৰ লগত থাকি পঢ়ে। অভিজিত বোধহয় আজি আৰু কলেজলৈ নেযায়। কাৰণ এতিয়া তেওঁ যিটো কামত মচ্‌গুল সেই ধৰণৰ মচ্‌গুলতাই মানুহক ভাত খাবলৈকো পাহৰাই দিব পাৰে; কলেজ সামান্য কথা। হাতৰ ফিল্ম আলোচনীত হেমা নে পাৰ্বীনৰ কেইখনমান বিশেষ ৰঙীণ ছবি ছপা হৈছে। ফাগুৱাৰ ছবি। আচলতে যৌৱন-উচ্ছল তাৰকাদেহৰ বিশেষ বিশেষ ঠাইত বিশেষ বিশেষ ধৰণৰ ৰং সানি সিবোৰৰ আকর্ষণ পৰিকল্পিতভাৱে প্রকট কৰি ছবিবোৰ ছপোৱা হৈছে। এটাই লক্ষ্য। নিতান্ত নিৰ্ব্বিকাৰ নিৰামিষজনকো চিকুটি হুৰ্‌হুৰাই জগাই দিয়াৰ ব্যৱস্থা। অভিজিতে মাইক্রোস্কোপত চকু থৈ গৱেষক চোৱাৰ দৰে একাগ্রভাৱে ছবিবোৰ চাইছিল। ভৰি দুখন অনবৰত নাচি আছিল। মাজে মাজে একোবাৰ আলোচনীখন লাহেকৈ নমাই তাৰ ওপৰেদি জুমি সি লিপিকালৈ চায়। তাৰ পিচত আকৌ আলোচনীলৈ। আকৌ লিপিকালৈ। আকৌ। আকৌ।

লিপিকাই ঠিক বুজি পাইছিল, অভিজিতে আচলতে আলোচনীত থকা কিবা এখন ছবি তাইৰ লগত মিলাই মিলাই চাইছে। সেইবোৰ আলোচনীৰ ছবি তাই ধেৰ দেখিছে। তাই কিমান ধুনীয়া সেই কথাও নানাজনৰ মুখত তাই নানা ধৰণে শুনিছে। তাইৰ হাঁহি উঠিছিল। কৌতুক অনুভৱ কৰিছিল।

বুঢ়াটো। আৰু এতিয়া এই অভিজিত। কি যে কৰি থাকে এই মানুহবোৰে। দুসাজ খাবলৈ ভাত, দুখন পিন্ধিবলৈ কাপোৰ। তাৰ বাবে তাই দিনটো পৰিশ্রম কৰে, তাইৰ বাপেকে কঁকালত বিষ লৈয়ো গেৰেজত হাতুৰী পিটি যায়। স্কুললৈ যোৱাৰ আগতে তাইৰ সৰু ভায়েক দুটাই ক'ত ক'ত ঘূৰি ফুৰি খৰি লুৰি আনে। এইবোৰ মানুহেও কৰে। অর্থ উপার্জ্জন কৰে। কিন্তু কিমান বেলেগ কাম আৰু উপার্জ্জনৰ লক্ষণ আৰু বৈশিষ্ট্যৰ। স্বচ্ছলতাই মানুহক উচ্চচিন্তাৰ সুযোগ দিয়ে। অৱস্থাই লিপিকাহঁতক কোনো চিন্তাৰেই সুযোগ দিয়া নাই। সেয়ে সিহঁতে হীনচিন্তাও নকৰে। কিন্তু উচ্চচিন্তাৰ

সকলো সুযোগ পোৱা মানুহেও কিয় হীন আৰু ৰোগগ্ৰস্ত চিন্তাত আত্মক্ষয় কৰে। লিপিকাই এইবোৰ একো নুবুজে। নেভাবেও, মাত্ৰ তাই কৌতুক অনুভৱ কৰে। কি যে কাণ্ড!

—এই, কি নাম তোৰ!

চক খাই ঘূৰি চালে লিপিকাই।

শেৱালী। লিপিকাই চিনি পায়। 'পতাসোণ' চাহবাগিছাৰ বৰকেৰেণী মুহিৰাম সন্দিকৈৰ ছোৱালী। কলেজত পঢ়ে। অভিজিতৰ লগত বৰ হলিগলি। কোনে জানে কি আছে ভিতৰত লিপিকাইঁতক এইবোৰ মানুহে বৰকৈ চিনি নেপায়। কিন্তু লিপিকাইঁতে চিনি পোৱাত অসুবিধা নাই। কাৰণ ওপৰলৈ চোৱা মানুহৰ অভ্যাস। মানুহে তললৈ সাধাৰণতে নেচায়।

ফিক্‌কৰে হাঁহিলে তাই শেৱালী বোধহয় অলপ সময় তাইৰ পিচত বৈ আছে। তাই ক'ব নোৱাৰে। দীঘল পত্নলিটোৰেদি আহোঁতেও চাই আহিছে। হৈছে সেয়ে হ'লে কাণ্ড এটা অভিজিতৰ আলোচনীৰ ফাঁকেদি জুমাজুমি তাই নিশ্চয় লক্ষ্য কৰিছে, আৰু কৌতুকবশতঃ লিপিকায়ো মাজে মাজে চাই থকা তাই নিশ্চয় লক্ষ্য কৰিছে। হৈছে তেন্তে হ'লে কাণ্ড এটা!

—লিপিকা।

—হু? কি? লিপিকা। নাম নেপালি আৰু!

লিপিকাই নুবুজিলে গণ্ডগোলটো হ'ল কোনখিনিত। বৰকেৰেণীৰ কলেজত পঢ়া ছোৱালীৰ নাম শেৱালী আৰু তাইৰ নাম লিপিকা হোৱাত কোনখিনিত কি অশুদ্ধ হ'ব পাৰে লিপিকাই বুজা কথা নহয়। কিন্তু শেৱালীৰ খংটো হিৰ্‌হিৰকৈ উঠি আহিল তইতো কেৱল লিপিকা হৈয়ে এৰা নাই, একেবাৰে নায়িকা হোৱাৰো তালত আছ।

—মই চাইহে আছো। তই এইবোৰ কাম কৰিছ নে খালি হাজিৰা মৰাৰ মতলব। বহ, ক'বলৈ দে।

লিপিকাই দেখিলে শেৱালীৰ সন্ধানী চকুহাল তাইৰ দেহাটোত পিটপিটাই ফুৰিছে। আঁঠুলৈকে প্ৰায় উদং পুৰঠ সুদৃঢ় কলাফুল, নিশ্চিত প্ৰতিশ্ৰুতি দৰে টানি বন্ধা বুকু, ইত্যাদি। তাইৰ চকুহাল এখন্তেক থমকি থমকি বৈ গৈছে। নিজৰ অজানিতেই যেন শেৱালীয়ে গাৰ চাদৰখন নিজৰ গোটেই গাটো ভালকৈ ঢাকি মেৰিয়াই ল'ব খুজিছে। চকিতত এবাৰ চাই লৈছে অভিজিতে চাই থকা নাইতো। সি দুয়োজনীকে একেলগে চাবলৈ পোৱাটো ভাল কথা হ'ব নোৱাৰে। মানুহৰ জীৱনত যতেই তুলনা তাতেই বিপৰ্য্যয়।

লিপিকাৰ মন গৈছিল তাই কয়—হেৰা ভণ্টি, দহমিনিটমান এই ভুইকঁপ হৈ থকা

টুলথনত উঠি লিপি চোৱা না, কেনে লাগে। কিন্তু তাই কলে—খৰকৈ লিপিলে গোটেই-খন থহুলা-থহুলি হ'লে মোৰ গাতে দোষ পৰিব নহয়, বাইদেউ।

অৱশ্যেই লিপিকাইতক যত প্ৰতিবাদ কৰিবৰ ইচ্ছা হয় তাতো সমৰ্পণ কৰি থাবলৈ শিকাইছে। বাধ্য কৰিছে। যদিও ভিতৰি ভিতৰি জ্বলি থকা যায়।

গজং গজংকৈ শেৱালী গ'লগৈ অভিজিতৰ ওচৰলৈ। বৰ ইচ্ছা হোৱা স্বত্বেও লিপিকাই সিহঁতলৈ নেচাই কামত মন দিলে। ৰেফাৰিয়ে ফুটবল খেলা চাবলৈ নেপায়। অপাৰেটৰে অভিনয় চাবলৈ নেপায়। লিপিকায়ো তাইৰ অস্তিত্বৰ প্ৰতিক্ৰিয়া চাবলৈ নেপালে।

তাই কামত মন দিলে। কিন্তু তাইৰ মনটো অথালি-পথালিকৈ উৰিবলৈ ধৰিলে। বাবাণ্ডাৰ পৰা ছিগা-ভগা দুটা এটা শব্দ, টুকুৰা-টুকুৰ হাঁহি উৰি আহি কাণত পৰি তাইৰ মনৰ গতিক ঘনে ঘনে নিৰুদ্দেশ দিগভ্ৰষ্ট কৰি যাব ধৰিলে।

—ধুনীয়া।

—যাহ্, লেতেৰা।

—ধেৎ, ধুই ললেই···

—মাৰ খাবা···

—চিনেমা চাবা

···　　　　···　　　　···

···　　　　···　　　　···

···　　　　···　　　　···

—বাহ, আৰু কিমান দিন কৈছো, পাঁচ নহয় দহ। কাৰো খবৰেই নাই।

এইটো মাত বাবাণ্ডা নহয় বাটৰ পৰা আহিছে। মাতটো তাই চিনি পালে। বিশ্বনাথ ৰিক্সাৱালাৰ। ডেকা মানুহটো। খোলা মন। খোলা-খুলি কথা। খালি খুব মদ খায়। বিয়া কৰোৱা। পত্নী দেশত। স্বভাৱটো লৰ। লুভুৰা। অলিয়ে-গলিয়ে ঘূৰে। সি তাইক প্ৰায় এটা প্ৰস্তাৱ দিয়ে। তাৰ লাজ-সংকোচ নাই। খোলাকৈয়ে কয়। এনেকৈ দিনভৰ কষ্ট কৰি পাঁচ টকা হাজিৰাত কি লাভ। সি তাইক দহ টকাকৈ দিব। মাত্ৰ···

এবাৰ তাই বাটলৈ চালে।

মহা বীৰত্ব কৰাৰ দৰে এটা বিশেষ ভঙ্গিত এখন হাত হেণ্ডেলৰ পৰা এৰি লাহে ৰিক্সা চলাই গৈ আছে; তাইলৈ চাই চাই,—বিশ্বনাথ

তাই ভাবিলে।

···এই ক্লেদাক্ত হাত দুখন
বুঢ়া-দাদা-বাইদেউহঁতৰ মুখত সানি
এই অনবৰত-সন্তৰ্পন এৰি
মুখাহীন বিশ্বনাথক এই হাতেৰেই
হাত বাউল দিলে—কি হব বাৰু ?···?
ধেৎ ! মই মানুহে
সেই ভাব মুহূৰ্ত্তত জোঁকাৰি পেলাই
লিপিকাই বেৰ লিপি যায়।

# অসুখ

মোৰ অসুখ। ডাক্তাৰে চাইছে। কিনো পাব। মই জানোৱেই। তেনেকৈ একো নেপায়। বুঢ়ী হোৱাই মোৰ বেমাৰ। ৰক্তচাপ, বহুমূত্ৰ, কাহ, এইবোৰ মোৰ নাই। তিনি কুৰি দহেই হ'ল হ'ব পাই মোৰ বয়স। নে বেছি? নহয়, সিমানেই। দেউতাই স্কুলত আমাৰ সঠিক বয়সটো লিখাইছিল। আৰু মেট্ৰিক চাৰ্টিফিকেটখন মোৰ এতিয়াও আছে।

হ'লেও, মোৰ বেমাৰটো অলপ আচৰিত ধৰণৰ। মূৰটো ঠিক ঘূৰায়। কিন্তু কিবা এটা একো যেন ধৰিব নোৱাৰা, আঁত লগাই ভাৰিব নোৱাৰা, নুবুজা নুবুজা লগা, ছিগি যোৱা এটা অনুভৱ। বুকুখন ঠিক ধপধপায় বুলিব নোৱাৰো। কিন্তু কিবা যেন হৈছে। হ'ল। কিবা যেন সব খালি, উদং, একো যেন নোহোৱা হৈ গ'ল। এনে এটা আচৰিত ভাব হয় মোৰ। তিনি ত্ৰৈলোক্যত মই যেন একেবাৰে অকলশৰীয়া। ক'তো কোনো নাই। ছুঃ বুলি খেদা এটা মৰিবলৈ মাখি এটাও নাই। আৰু মোৰ ভয় লাগে। কি ভয়, কিহলৈ ভয়, মই একো বুজি নেপাওঁ অথচ কিবা এটা ভয়ে মোক যেন লাহে লাহে খুলি খুলি খাই থাকে। মই যেন ক্ৰমাৎ দুৰ্ব্বল হৈ যাব ধৰিছো। উঠি যাবলৈকো মোৰ ভয় লাগে। অথচ নোৱাৰাৰ কোনো কাৰণ নাছিল।

ডাক্তৰ দুজনমানেই চাইছিল। অৰুণ ডাক্তৰে মোৰ আগৰ পৰাই চায়। ঘৰুৱা ডাক্তৰৰ দৰে। এইবাৰ লগতে আমাৰ ইয়াত সকলোৰে ভাল বুলি কোৱা ডাক্তৰ গোস্বামীকো এদিন মাতি আনি দেখুৱালো। কথা একেই। টনিক দুটামান। অমুক কৰিব। তমুক নকৰিব। এইবোৰ মোৰ মুখস্থই হৈ গৈছে। এনেকৈ দিন গৈছিল। এনেতে বেলেগ কথা এটা হ'ল। আমাৰ এক প্ৰকাৰ ঘৰৰে বুলিব পৰা চিনাকি হৰেন উকীলৰ ল'ৰা ৰনেনে ডাক্তৰী পাচ কৰি ঘৰতে আছেহি। কাম বিচাৰিছে। মনোমত কাম নেপালে স্বাধীনভাৱে প্ৰেকটিচ কৰিব। এদিন আহিছিল। এনেয়ে। পেহী বুলি মাতে। মোৰ অসুখৰ কথাবোৰ ক'লো। ল'ৰাটোৱে সকলোবোৰ মনপুতি শুনিহে গ'ল। একো নক'লে। পিচদিনা সি আকৌ আহিল। মোৰ পুঙ্খানুপুঙ্খভাৱে পৰীক্ষা কৰি চালে। সেই-দিনাও সি একো নক'লে। কিন্তু তৃতীয় দিনা আহি সি যিবোৰ কথা কলে সিয়ে যেন মোক মোৰ অসুখটোৰ কথা নিভু'লকৈ জনাই দিলে।

ৰনেনে মোক মাত্ৰ কৈছিল—আপোনাৰ তেনেকৈ একো হোৱা নাই পেহীদেউ।

স্বাস্থ্য ভালেই আছে। আপুনি এটা কাম কৰিব। চা-চিনাকি, আপোন মানুহবোৰৰ লগত অহা-যোৱা ফুৰাচকা কৰি সময় কটাবলৈ যত্ন কৰিব। তেওঁলোকক লৈয়ে ব্যস্ত থাকিবলৈ যত্ন কৰিব। পৰাপক্ষত অকলশৰীয়াকৈ নেথাকিব। নিজৰ কথা একেবাৰেই নেভাবিব। তেওঁলোকৰ কথাই ভাবিব। দেখিব আপুনি একেবাৰে ভাল হৈ যাব।

ৰনেন ল'ৰাটো ভাল। ডাক্তৰ হিচাপে সি ভাল নাম কৰিব। তাত একো সন্দেহেই নাই। কিন্তু এখন চাকি খোৱা আয়নাৰ পৰ্দাখন দাঙি ধৰি সি মোৰ যিটো চেহেৰা মোক দেখুৱালে সেয়া মই নেদেখা হ'লেই ভাল আছিলনেকি? যিখন ধুনীয়া ছবি মই নিজ হাতে মচি পেলাইছো, এতিয়া নতুনকৈ সেই ছবি কেনেকৈ আঁকিম। সেই ৰঙো যে নাই, সেই মনো যে নাই। বালিচৰত কোন কাহানিয়ে হেৰুৱাই পেলোৱা এটা সৰু মণি এতিয়া বিচাৰি উলিয়াম কেনেকৈ। এখন তামোলেৰে যাক এদিন অনায়াসে বুকুৰ আপোন কৰি ৰাখিব পাৰিলোহেঁতেন,—নেৰাখিলো, আজি তাক সোণৰ ৰূপৰ কাঁহীত ঘিউ-মউ যাচি কাষত পাম জানো!

সেয়া এক সুদীৰ্ঘ কাহিনী। আজি কি লাভ মনত পেলাই।

কাহানিও জনা নাছিলো। ৰনেনে মোক ভৰালে। ভাবিলো। জানিলো, বুজিলো কিন্তু···

দেউতাক মই কেতিয়াও ভুল কৰা দেখা নাই। এইটোও যে দেউতাৰ এটা ভুল মই ভবা নাছিলো। সেই উপলব্ধি হৈছে এতিয়া। কিমান পলমকৈ!

ছোৱালী হিচাপে মই বেচ ধুনীয়া আছিলো। বিয়া দিয়াতকৈ কিমান দিন নিদিয়াকৈ ৰাখিব পৰা যায় মাক বাপেকে সেই চেষ্টা কৰিব লগা হোৱাকৈ ধুনীয়া। আজিকালি হোৱা হ'লেতো কথাই নাছিল। পচুলি মুখৰ পৰা পোৰ্টিকলৈ চেঙেলিয়া ডেকাৰ জুমেই লুগুছিলেহেঁতেন। তেতিয়াও মোক এবাৰ চাবলৈ ডোমাৰাসকলৰ বেচ হেঁতা-ওপৰা লাগিছিল। তেতিয়া কোনো বাস্তৱ তাগিদা নথকা স্বত্বেও দেউতাই মোক পঢ়ুৱাইছিল। মই ভাল নম্বৰ পাই মেট্ৰিক পাচো কৰিছিলো। মোক বিয়া কৰাবলৈ বহুতো দৰাই একেবাৰে প্ৰতিযোগিতা পতাৰ দৰে হৈছিল। স্বয়ম্বৰৰ দিন নাছিল। ভাল আৰু ধুনীয়া ল'ৰা এটা হ'লেই হ'ল! দেউতাৰ ওপৰত সকলো এৰি দি মই এজনী ভাল ছোৱালী নাম লৈ বাট চাই মাত্ৰ বহি আছিলে।

কোনো অনুতাপ মই কৰিব লগা হোৱা নাছিল। চিৰি ফৰহাদৰ নিচিনা প্ৰেমত বিয়া হ'লেও—"পিচত চাপ খোৱা"ৰ কথাটো থাকি যায়। মন একে হ'লেও ঘৰ দুখনৰ কথা। ঘৰে ঘৰে ঐতিহ্য। দেউতাই বাচি বাচি শেষত মোক ৰাজেনলৈ বিয়া দিছিল। ৰাজেন দেখাত আছিল ছবিৰ দেৱতাৰ দৰে ধুনীয়া। কলেজত কেই শ্ৰেণীমান পঢ়িছিল। তাৰ পিচত কাছাৰীৰ কামত সোমাইছিল। আমাৰ বিয়াৰ সময়তে ৰাজেন নাজিৰ মে·

পেচ্‌কাৰ হৈছিল। টকা পয়চাৰ কোনো অভাৱ নাই। ছোৱালী বিয়া দিয়াৰ প্ৰথম বিবেচনাই সেইটো। গতিকে মোৰ সুখৰ বাবে দেউতাই সেইকালৰ পৰা অকণো ভুল কৰা নাছিল। মই সুখী হৈছিলো। কিন্তু প্ৰকৃত সুখ আৰু মনৰ নিচাগ্ৰস্ত অৱস্থা যে একে নহয় কোনেনো জানিছিল। সেইখিনিতে দেউতাই এটা ডাঙৰ ভুল কৰিলে। ময়ো।

ৰাজেনহঁতৰ ঘৰখনৰ এটা বৈশিষ্ট্য আছিল। যিয়েই নহওক, যেনে অৱস্থাবে সৃষ্টি নহওক, তেওঁলোকে সদায় নিজৰ মাজতে আবদ্ধ থাকে। এটা যেন দুৰ্গ। এখন মাত্ৰ দুৱাৰ। সেই পালে ওলাই গৈ অথবা সোমাই আহি অতি প্ৰয়োজনীয় লেন-দেন-খিনি কৰিব পৰা যায়। কৰা যায়। অন্যথাই সেই দুৱাৰ সদায় বন্ধ। ওলোৱাৰ বাবেও। আৰু সোমোৱাৰ বাবেও। সেইখন দুৱাৰেদি ওলাই ময়ে ৰাজেনে দি গ্ৰেট্ বেমণ্ড্ চাৰ্কাচ চাই আহিবগৈ পাৰো। কিন্তু অমুকৰ তমুকৰ অমুক বেমাৰত পৰি আছে বা অমুকৰ কেঁচুৱা এটা হ'ল, ঘৰত পিন্ধা সাজেৰেই ল'ৰ মাৰি খবৰ এটাকে কৰি আহিবলৈ সেই দুৱাৰ কেতিয়াও খোল নেখায়। তাত পদ্ধতিৰ তলা। আৰু সেই দুৱাৰ খুলি কোনোবা যদি আমাৰ ঘৰলৈ সোমাই আহিল—তেওঁ যেয়েই নহওক—লাগে পিচত ভিডিত ধৰাধৰি কৰি এবাৰ কান্দি ল'ব লগাজনেই হওক—সোধ-পোচৰ নিৰ্দিষ্ট নিয়ম আছে। মাত দিয়াৰ লগে লগেই থেকেচি য'তৰ ভাঙি দৌৰি যাব নেলাগিব। কমেও পাঁচ মিনিট আগন্তুকে অদৰ্কাৰী অদৰ্কাৰী অনুভৱ কৰি বাট চাবলৈ বাধ্য হ'ব লাগিব। ওলোৱাৰ পিচত বেচ উৎসাহ দেখুৱাই কথা-বতৰা পাতিব লাগিব। হাঁহি ধেমালি কৰিব লাগিব। কিন্তু সদায় লক্ষ্য ৰাখিব যাতে সকলো এটা নিৰ্দিষ্ট সীমাৰ ভিতৰত হয়। তুমি অতি আপোনভাৱে কথা পাতিবা। কিন্তু ছেগ চাই এনে একোটা কথা হঠাৎ কৈ দিবা যাতে আলহি থত্‌মত্ খাই যাব লগা হয়। প্ৰশংসা আৰু ঠাট্টা সমান ব্যৱধানত চলি থাকিব লাগিব। বুকুৰ কাষলৈ চপাই লোৱা আৰু ভৰিৰে গচকি দিয়া দুয়োটাই সমান নিৰ্ব্বিকাৰভাৱে কৰি যাব লাগিব। খুব ভালকৈ খুৱাই দিব লাগিব। কিন্তু কেতিয়াও নিজে নহয়। বন কৰা ল'ৰাৰ হতুৱাই দিব লাগিব। আৰু দিওঁতে দহবাৰমান বনকৰা ল'ৰাটোক বকিব লাগিব। সদায় নিজৰ কথা ক'ব লাগিব। নিজৰ সম্পদৰ, বিপদৰ নহয়। আলহীৰ বিষয়ে, আলহীৰ সুখ-দুখ ঘৰ-সংসাৰৰ বিষয়ে কোনো কথাত আগ্ৰহ ঘূণাক্ষৰেও যেন প্ৰকাশ নেপায়।

তেওঁ যদি কয়,—আমাৰ ডাঙৰ ল'ৰাটোৱে এইবাৰ মেট্ৰিক দিছিল···

নাটকত মুখতে ধৰি কথা কোৱাৰ দৰে তৎক্ষণাত ক'ব লাগিব—হ'ব নেকি। আমাৰো এইবাৰ তিনিটামানে দিছে। আজিকালিনো কি পৰীক্ষা এইবোৰ। কোনো বিশ্বাস নাই। পাচ কৰাই ফেল কৰে। ফেল কৰাই পাচ কৰে। ইত্যাদি।

বাজেনে কৈছিল—সমাজৰ জখলাত ওপৰলৈ উঠাই সকলোৰে লক্ষ্য। ওপৰ মানে টকা-পয়চা, চাল-চলনত গ্লেমাৰ, সকলোৱে সাংঘাতিক কিবা এটা বুলি ভাবি থাকিব লগা এটা সৃষ্টি কৰা। দেখিবা সকলোৱে হয়তো তোমাক বেয়া পাব। আঁতৰি আঁতৰি থাকিব। আগত নেথাকিলে বদনামো গাব। কিন্তু দূৰৰ পৰা সদায় তোমাক সকৌতুকে চাই থাকিব। তোমাক বহুত ওপৰৰ বুলি ভাবিব। কিবা এটা পাতি খাবলৈ মাতা, সকলো উবুৰি খাই পৰিবহি। আকাশৰ তৰা দেখিছাতো। ওখত থাকে। নোচোৱা মানুহ নাই। ওচৰলৈ কোনো আহিব নোৱাৰে কিন্তু।

বাজেন হঠাৎ মৰি যোৱাত তিনিজনী ছোৱালী লৈ মই বেচ বিপদত পৰি গৈছিলো। শহুৰ-শাহু আগতেই গৈছিল। সিহঁত তেতিয়া বেচ সৰু সৰু। দীপলিপৰ বহু বছৰ। অপৰূপাৰ আঠ। আৰু ৰূপটিৰ ছয়। বিপদ মানে পা-পইচা বা তেনে কিবাৰ নহয়। বাজেনে তুকুৰি দুবছৰীয়া জীৱনত যথেষ্ট ধন ঘটিলে। ঘৰৰ আগৰ অৱস্থাই আছিল বহি বহি খাব পৰা বিধৰ। কিন্তু বিপদ হৈছিল বাজেনহঁতৰ ঘৰৰ ঐতিহ্যৰ আদৰ্শ বজাই ৰখাৰ। দুৰ্গৰ বাহিৰৰ কাম বাজেনে চলাইছিল। এতিয়া মই দুয়োকূল কেনেকৈ ৰাখো। ইহঁত তিনিজনীক ডাঙৰ কৰি এনেদৰে বিয়া দিব লাগিব যাতে সকলোৱে আকাশৰ তৰা চোৱাদি ৰ-লাগি চাই থাকিব লগা হয়।

প্ৰথম প্ৰথম অলপ খেলি-মেলি লাগিলেও সোনকালেই মই এটা নিৰ্দিষ্ট পদ্ধতিৰ মাজত সোমাই পৰিলো। এহাল কাম কৰা মানুহ ঘৰতে গোটাই ল'লো। খাই-বই ভাল দৰ্মহাত সিহঁতে ঘৰখনৰ ভিতৰে-বাহিৰে গোটেইখিনি কাম তুলি দিয়ে। মানুহ খটুৱাৰ আৰু শাসন কৰাৰ পদ্ধতি সম্পৰ্কে বাজেনৰ ঘৰলৈ অহাৰ পিচৰে পৰা মোক মন্তৰমত প্ৰশিক্ষণ দিয়া হৈছিল। দিনটোত পাঁচবাৰ চৰিয়ায়ো মানুহক কেনেকৈ ঘৰত মাটি কামোৰায় ৰাখিব পাৰি সেই কায়দা মোৰ নিৰ্ভুলভাৱে জনা আছে। মাজে মাজে মই দুৰ্গৰ বাহিৰলৈ ওলাই যাওঁ। মাজে মাজে এনে মানুহক ঘৰলৈ মাতি আনি খুৱাই-বুৱাই প্ৰায় সম্মোহিত কৰি ৰাখো, যাৰ ফলত লাইটৰ বিলৰ পৰা গাখীৰৰ টিন অনালৈ বাহিৰৰ কামখিনি মোৰ প্ৰায় বাহিৰে বাহিৰেই হৈ যায়।

লগে লগে দীপলিপ ৰূপটিহঁতক মনোমতকৈ গঢ়ি তুলিলো। ভাগ্য সিহঁতৰো, আৰু ভাগ্য মোৰো। প্ৰতি জনীৰে ৰূপ আছিল অনিন্দ্য। ইজনীতকৈ সিজনী চাৰ। এবাৰ দেখাজনে কিবা এটা চেলু উলিয়াই আকৌ এবাৰ চাই যাবই। ইয়াৰ সুবিধা সকলোতকৈ বেছি ল'ব পৰা গৈছিল কাম কৰা মানুহৰ ক্ষেত্ৰত। জেওবাই দিয়ক বা মাটিয়েই খান্দক, ইহঁত ওলাই সোমাই থাকিলে সিহঁত ভেৰা হৈ থাকে। এই অৱস্থাটোৰ পূৰ্ণ সুযোগ লৈ মই প্ৰবল প্ৰতাপেৰে ঘৰ চলাই গ'লো।

মোৰ লক্ষ্য আছিল কোনোবা ভাল অফিচাৰ, কোনোবা ইঞ্জিনিয়াৰ, মেনেজাৰ বা

তেনে মানুহক জোঁৱাই কৰি ল'ব লাগিব। জাল পেলাইছিলো। তেনে মানুহৰ লগত ছেগ বুজি সম্বন্ধ পাতিছিলো। অহা যোৱা। দিয়া খোৱা। জন্মদিন। ইত্যাদি। আৰু তাৰ ক্ষেত্ৰ তৈয়াৰ কৰিবলৈ গৈ আপোন পৰিয়াল প্ৰতিবেশী সকলোকে ধীৰে ধীৰে দূৰলৈ থেলি পঠিয়াইছিলো। কোনো প্ৰয়োজন নাই সন্তীয়া অনুভূতিৰ। তাতে প্ৰায়বোৰ মানুহেই দুখীয়া। সিহঁতৰ পৰা পাবলৈ একো নাই। দিবহে লাগে। দুখীয়া মানুহৰ মাজত আন্ধাৰ গলিত বাস কৰা লাখপতি হীৰাৰ ব্যৱসায়ীকো প্ৰথম দেখাত দুখীয়া বুলিয়ে ধৰি লোৱা হয়। অথচ মোৰ যিটো উদ্দেশ্য, তাত মোৰ মক্কেলৰ প্ৰথম ধাৰণাটো বৰ মূল্যবান। তাৰ বাবে মোৰ নিজৰ গাড়ী থাকক নেথাকক, মোৰ পত্নীত কোনোবাই এখন গাড়ী ৰাখি থলেও মোৰেই লাভ। মোৰ পোর্টিকত যদি ডেকা হাকিম অবিনাশৰ বায়েক ক্ষমা বহি থাকে আৰু সেই সময়তে ৰাজেনৰ পেহীয়েকৰ নাতিনীয়েক মাধৱী যদি আহে জহা চাউল চাৰি কেজিমান ৰাখিমনেকি সুধিবলৈ, তাই-কতো আৰু বাবাণ্ডাৰ পৰাই বিদায় নিদি উপায় নাই। নহ'লে ভিতৰৰ জন যদি ঘুৰিবাৰ আৰু ভিতৰ নোসোমায়।

তিনিওজনীকে পৰিকল্পিতভাৱে বিয়া দিয়া হৈ গ'ল। প্ৰতিজন জোঁৱাই আকাশৰ তৰা। আৰু কি লাগে!

তাৰ পিচৰ পৰা অকলে ইহঁতক লৈ আছো। আগতে সিমান বেয়া নাছিল। মাজে মাজে গৈ দীপলিপহঁতৰ ঘৰে ঘৰে ফুৰিছিলো। সিহঁতো আহি হৈ-চৈ কৰি মাহ ডেৰমাহ কটাই গৈছিলহি। এতিয়া মোৰ বয়স হ'ল। যাও বুলি যাব নোৱাৰো। এতিয়া সিহঁত ল'ৰাই ছোৱালীয়ে ভৰপূৰ গৃহিনী। আগৰ দৰে আহি মোৰ শূন্য ঘৰখন ভৰাই তুলিবহি নোৱাৰে।

তাৰ পিচত এই। এই মোৰ অদ্ভুত অসুখ।

দীপলিপ, অপৰূপা, ৰূপটি। সিহঁতলৈ ভাগে ভাগে চিঠি দিছিলো। মোৰ অৱস্থাৰ কথা জনাই অলপ দিন অলপ দিন থাকি যাবলৈ লিখিছিলো। এজনী এজনী আহি এমাহ এমাহ থাকি গ'লেও বহু হয়।

বাটলৈ চাওতে চকু বিষোৱা অৱস্থাত সিহঁতৰ উত্তৰ আহিল। নিতান্ত নৈমিত্তিক ৰূপত। বুঢ়া হৈছো। এইবোৰ হ'বই অলপ সাৱধানে চলিব লাগে নিয়মিত যাতে ডাক্তৰে চায়। এই সময়ত নার্চৰ দৰকাৰ। অৰুণ ডাক্তৰক ক'লে এজনী শিক্ষিতা নার্চ নিশ্চয় বন্দোবস্ত কৰি দিব পাৰিব। টকাৰ কথা যেন মই একেবাৰে চিন্তা নকৰো।

টকাৰ কথা! টকাৰেই কথা!

কেউজনীৰে চিঠিৰ একেই কথা, একেই সুৰ। এতিয়াই কোনো আহিব নোৱাৰে। জিলমিলক আনিবলৈ দাৰ্জিলিঙলৈ যাব লাগিব দীপলিপ। লেডিজ ৰিক্ৰিয়েচন ক্লাবৰ

এছুমেল ক্ষাংকুনৰ বাবে ভুমাহ্ কেনিও লৰচৰ কৰাৰ সাধ্য নাই অপৰূপাৰ। আৰু কাশ্মীৰৰ পৰা অমিতে পাঁশিচটা গোলাপৰ দাল আনিছে। এওঁ কৈছে সব জীয় লাগিব। বেট্। পাত নেমেলালৈ ৰূপটিৰ শান্তি নাই। তাৰ পিচত আহিব। কিন্তু থাকিবলৈ নহয়। চাবলৈ। ফিল্ম চোচাইটিৰ কাম। কৰিবলৈ সময় নাই।

আৰু মই মৰি যাব পাৰো—যেতিয়াই মন যায়। কি দাম মোৰ মনৰ। মোৰ হেঁপাহৰ। মোৰ আবেগৰ। কান্দিব মই পৰা নাছিলো। বয়স নাই কন্দাৰ। কিন্তু শুই শুই চিলিঙলৈ চাই চাই যি কৰিছিলো তাৰ আগত কন্দাটো নিচেই সামান্য কথা।

বাহী-বন কৰা ল'ৰা এটাই ক'লেহি -সকমইনা নামৰ এজন মানুহ চোনাবালিৰ পৰা আহিছে। মোক লগ পাব খুজিছে।

সকমইনা! চোনাবালিৰ পৰা। এই দহ মাইল বাট। সিটো চাইকেল চলায়ে আহে। লৰালৰিকৈ ল'ৰাটোক কলো, পোৰ্টিকটো খুলি বহিবলৈ দেগে। কেনথন চলাই দিবি। আৰু এগিলাচ চৰবৎ কৰ।

সি ফট্‌কৰে মোৰ মুখলৈ চালে। মই মুখ ঘূৰাই ললো।

সকমইনা মোৰ আপোন মোমাইদেউৰ ল'ৰা। অৱস্থা বৰ বেয়া। হাট-বজাৰ কৰি খায়। সকতে আমি একেলগে উমলিছিলো। সেই জামুতল। সেই চোনাবালিৰ পকীঘাট। কত স্মৃতি। আমাৰ ঘৰখন আৰু মোমাইদেউইঁতৰ ঘৰখনৰ মাজত কোনো পাৰ্থক্য নাছিল। মোৰ সকতে এবাৰ জ্বৰ হওঁতে মামীদেৱে পাঁচদিন আহি ৰাতি ৰাতি মোৰ লগত থাকিছিলহি। ডাঙৰ বেমাৰ একো নহয়। এনেই জ্বৰহে।

বিয়াৰ পিচত সকমইনা এদিন আহিছিল। আঁঠুমূৰীয়া ধুতি, টায়াৰৰ চেণ্ডেল, চাইকেলৰ কেৰিয়াত হাঁহ-কুকুৰাৰ থাং। এওঁলোকে প্ৰায় বাহিৰে বাহিৰেই বিদায় দিলে। মই গমেই নেপালো।

বহুত দিনৰ মূৰত দীপলিপৰ বিয়াত এবাৰ আহিছিল ৰভাৰ তলতে বহি চাহ এটোপা খাই গ'লগৈ। মই শুনিছিলোহে। ওলাবলৈ নহ'ল। তেতিয়া অহা পৰমা উকিলৰ পৰিয়ালটোক অভ্যৰ্থনা কৰা মোৰ বেছি প্ৰয়োজন আছিল। পৰমা উকীলৰ দুটা পুতেক ডাক্তৰ হৈছে। কোনে জানে। খুৰাই-বুৰাই ৰখা ভাল।

মই ওলাই আহিলো বন-কৰা ল'ৰা বহুৰ গাত ধৰি ধৰি। মোক তেনেকৈ অহা দেখিয়ে সকমইনা ব্যতিব্যস্ত হৈ উঠিল। মোক ধৰিমেলি বহুৱালে। কি হৈছে সুধিলে।

সি বজাৰলৈ আহিছিল। হাঁহ দুজনীমান বেচিলে। হঠাৎ মোক এবাৰ চাই যাবলৈ বৰ মন গ'ল। সোমালে। একো খা-খবৰ নেপায়। আহোতে যাওঁতে মন কৰে, ঘৰখনত কাকো নেদেখে।

মোৰ সকলো কথা তাক বিবৰি ক'লো। চাবি বছৰীয়া শিশুৱে কোনোবাই কৰা

অবিচাৰৰ কথা বাপেকক কওঁতে শোকে খুন্দা মাৰি ধৰাৰ দৰে লাগিছিল মোৰ। তাক কৈ কৈ বুকুখন বৰ পাতল-পাতল লাগিছিল। বহুদিন পিন্ধি থকা এটা দুৰ্বহ লোৰ কৱচ গাৰ পৰা খুলিবলৈ পোৱা যেন লাগিছিল।

সকমইনাই মোক বকিব পাৰিলেহেঁতেন। ঠাট্টা কৰিবলৈ পাৰিলেহেঁতেন। সি কিন্তু তাৰ গাতেই যেন মোৰ এনে এটা ভাবেৰে ক'লে—এটা কথা কওঁ, বেয়া পাবিনেকি আকৌ তই। তই যদি কয় বাইদেউ, বোৱাৰীয়েৰেই বা ভতিজাৰ এজনী থাকিবহি পাৰে। কয় যদি পথিয়াই দিম।

অনেক ফুলজাৰি একেলগে জ্বলিছে। অনেক ফটকা। অথচ মই একো দেখা নাই। মই একো শুনা নাই। কি এন্ধাৰ। কি নিঃশব্দতা। মই যেন ওজন নোহোৱা হৈ ক্ৰমাৎ উটি ভাঁহি গৈ আছো।

কি হ'ল বাইদেউ। বেয়া লাগিছে নেকি?

মই সম্বিতলৈ আহিছিলো। বৰ ভাগৰ। কোনোমতে কৈছিলো—সিহঁত দুইজনীকে কালিলৈকে পথিয়াই দিবি, সক।

বাটেদি যোৱা এজাক কোনোবা ছোৱালীয়ে হাঁহি উঠিছিল। দীপলিপ অপৰূপা ৰূপটিয়ে একেলগে হঁহা হাঁহিত মই যেন কেঁকুৰি কোঁচ খাই গৈছিলো। কিন্তু বুকুখন মোৰ যেন তথাপিও পূৰ্ণ হৈ উঠিছে—আচৰিত ধৰণে।

# তামাদি

মই জানো, মোক লৈ তোমাৰ ঔৎসুক্যৰ অন্ত নাই। 'আমি একেলগে পঢ়িছিলোঁ'। 'আমাৰ বন্ধুত্ব অতি গভীৰ'। তেনেকুৱা ধৰণৰ কোনো কথা এই ঔৎসুক্যৰ অন্তৰালত নাই। তোমাৰ ঔৎসুক্যৰ কাৰণ একেবাৰে বেলেগ। তোমাৰ এটা বিশেষ স্বাৰ্থ আছে।

অৱশ্যে তাৰ কাৰণে তোমাক মই দোষ নিদিওঁ। কোনো অভিযোগো মোৰ নাই। কাৰ ওপৰত অভিযোগ কৰি এই পৃথিৱীত কোনে শেষৰক্ষা জিকিব পাৰিছে! তুমি লিখামেলা কৰা মানুহ। তোমাৰ লিখা কেতিয়াবা পালে মই পঢ়োঁ। মানুহৰ প্ৰতি থকা তোমাৰ সহানুভূতিখিনি মোৰ ভাল লাগে। মোৰ প্ৰতি তোমাৰ ঔৎসুক্যৰ আঁৰতো এটা উদাৰ সহানুভূতিয়েই আছে বুলি মোৰ ধাৰণা।

এবাৰ তুমি কিবা এখন সৰু উপন্যাস অনুবাদ কৰি প্ৰকাশ কৰিছিলা। মই পঢ়িছিলোঁ। এজন বোবা কিন্তু শাৰীৰিকভাৱে অত্যন্ত শক্তিশালী মানুহৰ কাহিনী। সংসাৰত মনৰ মানুহ নোপোৱা, সহানুভূতি নোপোৱা, পৰম শক্তিশালী এটা বোবাই শেষত এটা কুকুৰ পোৱালিৰ মাজত আবেগৰ শান্তি বিচাৰি পোৱাৰ মৰ্মন্তুদ কাহিনী। সেই দিনাই মই বুজি পাইছিলোঁ তুমি কিয় মোৰ লগত সম্বন্ধ ৰাখি চলিবলৈ যত্ন কৰা। অন্তৰৰ কোনোবা এখিনিত আঘাত নলগা নহয়। লাগিবই। আপোনজনে মুখলৈ নাচাই হাতলৈ চালে আঘাত লাগিবই।

তথাপি তোমাক মই বেয়া পোৱা নাছিলোঁ।

তোমাৰ ওচৰত বৰং মইতো কৃতজ্ঞই।

মোৰ বিয়াৰ খবৰ পাই তুমি আহিছিলা। নমতাকৈয়ে আহিছিলা। আৰু কেৱল অহাই নহয়। তুমি আমালৈ এটা প্ৰেজেণ্ট লৈ আহিছিলা। আৰু কি প্ৰেজেণ্ট! এটা ঘড়ি, পুৰণি কিন্তু সুন্দৰকৈ চলি থকা। মই খুউব হাঁহিছিলোঁ। কথাবোৰ এওঁক ক'লত এৱোঁ খুব হাঁহিছিল।

জীৱনত মই ইমানখিনি কাহানিও পোৱা নাই। ইমানখিনি মনোযোগ।

এই চিঠি পোৱাৰ পাছত তুমি এবাৰ আমাৰ ঘৰলৈ (কিনো ঘৰ!) আহিবা। আহিব লাগিব। কাৰণ·· কাৰণ মই পাছত কম বাৰু!

মই জানো, মোক লৈ তোমাৰ ঔৎসুক্যৰ অন্ত নাই। কিন্তু মোৰ কথা তুমি বৰ বেছি বোধহয় জানিব নোৱাৰিলা। তুমি বোবাৰ গল্প অনুবাদ কৰিলা। কিন্তু মোক

লৈ আজিও একো নিলিখিলা। বোধহয় লিখিব পৰা নাই। সময় গোট খোৱা নাই। অথচ মাজে মাজে হেগ বুজি তুমি মোক কত কথা সুধিছিলা। মই খবৰ পাওঁ, মাজে মাজে আৰু-তাকো তুমি মোৰ কথা সুধিছিলা। তোমালোকৰ কলেজত পঢ়া আমাৰ ৰূপাজলিৰ ল'ৰাক সুধিছা। আমি একেলগে পঢ়োঁতে তোমাৰ এই ঔৎসুক্য নাছিল। থকা হ'লে তেতিয়াই তুমি মোৰ বিষয়ে ঢেৰ খবৰ পাই গ'লাহেঁতেন, কিন্তু তেতিয়াতো তুমি আৰু লিখা-মেলা কৰা মানুহ নাছিলা। হ'ব বুলিও ছাগৈ ভবা নাছিলা।

কিন্তু জানা, এনেকৈ তুমি মোৰ বিষয়ে যিবোৰ খবৰ পাবা তাৰে জানো গল্প হ'ব! তাত মনৰ খবৰ যে নাই। চৰিত্ৰ জানো বৃত্তান্ত?

কেতিয়াবা নায়ক হ'বলৈ সকলোৰে মন যায়। সেইটো দুৰ্বলতা। কিন্তু দুৰ্বলতাক জয় পৃথিৱীত কোনে কৰিব পাৰিলে! মোৰো মন যায়। সেয়ে এই চিঠি লিখা।

ঘৰত ভাতকেইটা ৰান্ধি খাই সোনকালেই ওলাই আহোঁ। কিন্তু প্ৰায় তিনি মাইল বাট খোজকাঢ়ি আহি বোৱাৰী-ঘাট পাওঁতে মোৰ তিনি ঘণ্টামান সময় লাগি যায়। ক্লান্ত হৈ পৰোঁ।

বোৱাৰী-ঘাটৰ তেত্ৰিছটা বহল-বহল, একেলগে পঞ্চাছজন মানুহ নামিব পৰা খটখটিৰ ওপৰত সেই জোপা মান্ধাতা-আহঁত। কিমান তাৰ বয়স কোনে জানে! এই ফালে এইটো গোবিন্দ মন্দিৰ। আতুৰত পৰা মানুহ তালৈ দৌৰি আহে। সেই ফালে অলপ দূৰত সেয়া থানা। চৌবিছ ঘণ্টাই খোলা থাকে। মন্দিৰো, থানাও। কাজত কাজ মিলাই ভুৱন জগত।

আহঁত জোপাৰ তলতে বহি মই জিৰাওঁ। মোৰ কামলৈ তেতিয়াও সময় থাকে। কেতিয়াবা বহি বহি টোপনিয়াই দিওঁ। ডেৰ-দুই বজাত মোৰ কাম আৰম্ভ হৈ ৰাতি ছয়-সাত বজালৈ চলে। ন-দহ বজাত ঘৰ পাওঁগৈ। কেতিয়াবা ছিনেমা চাই ঘূৰা কোনোবাই ছাইকেলৰ কেৰিয়াৰত বহুৱাই লৈ যায়। তেতিয়া সোনকালে ঘৰ পাওঁগৈ।

বোৱাৰী-ঘাটৰ আহঁত জোপাৰ তলত বহি মই জিৰাওঁতেই প্ৰায়ে ছাইকেলেৰে পাৰ হৈ যোৱা। ক্লাছ থাকে বোধহয়। আমাৰ ইয়াৰ ভাঙৰ পুৰণি কলেজখনৰ তুমি প্ৰফেছাৰ। প্ৰায়ে সেইখিনি সময়তে ক্লাছ থাকে।

মোলৈ চাই তুমি হাঁহা। তোমালৈ চাই মই হাঁহো। আমি হাঁহো।

মই সোধোঁ—কেইবাজিল?

তুমি সময়টো কোৱা।

পাছলৈ মই দেখিছিলোঁ মোক দূৰত দেখিলেই,—কেতিয়াবা বাটতো লগ পাওঁ,— তুমি সাউৎ কৰে এবাৰ ঘড়িটো চাই লোৱা হৈছিলা। কেতিয়াবা সময় থাকিলে তুমি

আমি মোৰ পৰা এখন তামোল লৈ খোৱা। মোৰ হাতত সদায় এখন ডাঙৰ হাচতি থাকেই। অনবৰত তামোল-খপাত পকতিয়াই থকাটো হেনো বিৰক্ত মানুহৰ লক্ষণ। ক'ব নোৱাৰোঁ। মানুহে হয়তো কেতিয়াবা নিজৰ বিৰক্তিৰ কথাও নুবুজে।

ইটো-সিটো নানা কথা আমি পাতোঁ।

কেতিয়াবা তোমাৰ ৰ'বলৈ সময় নাথাকে।

তুমিতো জানাই, মই মেট্ৰিক দিব নোৱাৰিলোঁ। সেই বছৰতে অগা-পিছাকৈ আই-দেউতা ঢুকাল।

মোৰ ককাই-ভাই নাই।

দেউতা আছিল দিন-হাজিৰা কৰা মানুহ। সক এটা জুপুৰি ঘৰেই সৰ্বস্ব। আজিকালি কিজানি মই বহুত কথা জানো। দেশ-বিদেশৰ কিছু খবৰো জানো। সাহিত্য-সংস্কৃতি আদিৰো কিছু খবৰ। জিলা পুথি-ভঁৰাললৈ মই প্ৰায় নিয়মীয়াকৈ যাওঁ। তাৰ গ্ৰন্থাগাৰিক বাইদেউ গৰাকীয়ে মোক বৰ মৰম কৰে। পুতৌ নহয়। সঁচাসচি মৰম। মানুহৰ দুৰ্বলতা, অক্ষমতাক পুতৌ কৰা কথাটো সেই মানুহে গম পাই যোৱা, সেই বিষয়ত সচেতন হোৱাটো এটা বৰ বেয়া যন্ত্ৰণা। আৰু মোৰ দৰে মানুহ স্পৰ্শকাতৰ হোৱাটো এটা দস্তুৰমত বেয়া কথা।

কিন্তু সেই সময়ত—মানে দেউতা মৰাৰ ঠিক পাছৰ দিনবোৰত,—মোৰ বৰ দুৰৱস্থা হৈছিল। দূৰ সম্পৰ্কীয় খুৰাদেউ এজনৰ আশ্ৰয়ত এমাহমান দিন আছিলোঁগৈ। এমাহৰ মূৰত খুৰীদেৱে মোক প্ৰায় খেদিয়েই দিলে। স্পষ্টতঃ মাগি-খুজি খাবলৈ ক'লে। খুৰাদেৱে মুখেৰে মাত এটা নামাতিলে। কাঠমিস্ত্ৰী কাম কৰা খুৰাদেউ সেই সময়ত কৰত এখন ধৰোৱাত অতিপাত ব্যস্ত আছিল। মূৰ তুলি চাবলৈ সময় নাই। মই বাৰে বাৰে তেওঁৰ মুখলৈ বৃথাই চাইছিলোঁ।

অৱশ্যে তাত যুক্তিও আছে।

টানি-টুনি প্ৰায় চৌত্ৰিছ ইঞ্চি ওখ, এটা ওঠৰ বছৰীয়া,—ওঠৰ বছৰীয়া ডেকাৰ সমানেই খাব পৰা,—'কেঁচুৱাক' তেওঁ পুহি ৰাখিব নোৱাৰে। এটা হাড়মাল। মানুহে সাজত এপোৱা চাউলৰ ভাত খুৱাই কুকুৰ পোহে, কিন্তু মানুহক এমুঠি চাউল দিবৰ হ'লে এক মহাভাৰত দিগদাৰৰ সন্মুখীন হয়। মানুহৰ জীৱন সম্ভৱতঃ কোনো দিনেই ত্যাগৰ জীৱন নহ'ব। সকলোতকৈ ডাঙৰ কথা—প্ৰথম চিন্তাৰ কথা—খুৰা-খুৰীৰ স্বাভাৱিক ঘৰখনত, হৃষ্ট-পুষ্ট ল'ৰা-ছোৱালীৰ মাজত, অস্বাভাৱিক মোৰ উপস্থিতিটোৱেই অপয়া। পৃথিৱীয়েই এই। আনৱিক বিস্ফোৰণ ঘটোৱা পৃথিৱীয়েই বিকলাংগ বৰ্ষ পাতে। মাভাৰ টেৰেছাক নোবেল বঁটা দিয়ে।

এই কথাটো—মোৰ অস্তিত্বই যে অপয়া—এই কথাটো আই-দেউতা থকালৈকে

মই উপলব্ধিয়েই কৰা নাছিলোঁ। লগ-সমনীয়াই,—আন মানুহেও,—নানা নামেৰে জোকাইছিল। অভ্যাস হৈ যোৱা কাৰণে গাতেই নালাগিছিল। আজিকালি ল'ৰা-ছোৱালী কেঁচুৱাত ৰৰকৈ পঁয়া নালাগে; কিবা-কিবি খুউৱা, বেজি দিয়া নিয়মিত পৰিণত হৈছে। কিন্তু আগতে বৰ হৈছিল। প্ৰায়বোৰেই মৰিছিল। মৰি বাচিছিল। কিন্তু মোৰ দৰে হৈ বাচি থাকি ক্ষণে ক্ষণে মৰাৰ যি অভিজ্ঞতা সেয়া যেন কাৰো আৰু নহওক। অনেক ব্যাখ্যা মই পঢ়িছোঁ, বামণ অৱতাৰৰ ব্যাখ্যা মই নাই পঢ়া।

মোৰ বয়স এতিয়া পঞ্চলিছ বছৰ। তোমাৰ দুবছৰমান কম হ'ব ছাগে। মই স্কুললৈ যাবলৈ লওঁতে দেৰি হৈছিল। জীৱনত মই কোনেও আশা নকৰা ধৰণে, মই নিজেও আশা নকৰা ধৰণে, ভাল ভাৱে প্ৰতিষ্ঠিত। আই-দেউতা ঢুকুৱাৰ পাছৰ প্ৰথম দুটামান বছৰ মোৰ বেছ কষ্ট হৈছিল। কিবা এটা কৰাৰ ইচ্ছা মোৰ সদায় আছিল। ভিখাৰী হ'ব মই খোজা নাছিলোঁ। কিন্তু অৱস্থাই মোক প্ৰায় মাগি খোৱাৰ পৰ্য্যায় এটালৈ লৈ গৈছিল।

ছাৰে মোক ৰক্ষা কৰিলে।

আৰু দুই-তিনি বছৰৰ ভিতৰতে মই মোৰ মাজত এনে এটা প্ৰতিভা (প্ৰতিভাই বুলিছোঁ,—কাৰণ সকলোৱে সেই বুলিয়েই কয়।) আৱিষ্কাৰ কৰিলোঁ যিটোৰ যহত আজি মই বেছ ভালভাৱে চলি আছোঁ। আৰু মানুহে মোক-আনকি-সম্মানো কৰে। এই অঞ্চলৰ বেছিৰভাগ লেখৰ মানুহৰ ক্ষেত্ৰত মই ক'ব পাৰোঁ—এওঁ সকতে বৰ দুষ্ট আছিল বা শান্ত আছিল।

ছাৰ মানে আমাৰ ৰূপাজলি গাঁৱৰ সেই মাধৱ পণ্ডিত। মাধৱচন্দ্ৰ কটকী। ছাৰে আমাক পাঠশালাত পঢ়ুৱাইছিল। পঢ়াত মই বৰ বেয়া নাছিলোঁ। অৱশ্যে বৃত্তিলৈ পঠিয়াব পৰাকৈ ভালো নাছিলোঁ। তাৰ পৰাই আমি টাউনৰ স্কুলত পঢ়িবলৈ আহিছিলোঁ। ছাৰেই দেউতাক কৈ-মেলি মোক হাইস্কুলত দিয়াইছিল।

টানত পৰি ছাৰৰ ওচৰলৈ মাজে মাজে গৈছিলোঁ—কিবা সহায় পাওঁ নেকি। ছাৰে সহায় কৰিছিল। এটা-দুটা টকা দিছিল। ছাৰে মোক একো কোৱা নাছিল। কিন্তু মই দেখিছিলোঁ, মই গ'লেই হাঁহি থকা মানুহ ছাৰ গহীন হৈ পৰিছিল। এদিন টকা এটা দি পাছদিনা পুৱা এবাৰ মোক আহিবলৈ কৈছিল।

গৈছিলোঁ।

এটা সৰু কোঠাত চাৰিটা ল'ৰা, এজনী ছোৱালী। সিহঁতৰ বয়স তিনি-চাৰি বছৰৰ ভিতৰত। এটা ছাৰৰ নিজৰে জী-নাতি। বাকী কেউটাও চিনি পোৱাৰ ভিতৰতে কাৰোবাৰ কাৰোবাৰ। ছাৰে মোক কোঠাটোলৈ নি কৈছিল—তোমালোকে শুনা, এয়া এওঁ এতিয়াৰ পৰা তোমালোকৰ ছাৰ। আজিৰ পৰা সদায় ৰাতিপুৱা এওঁ

তোমালোকক অলপ সময় পঢ়াব। তাৰ পাছত মোক কৈছিল—চা বাম, কোনো জীৱনেই অলাগতিয়াল নহয়। তই চেষ্টা কৰি চাচোন। ওমলাৰ চলেৰে ইহঁতক পঢ়া-শুনা শিকাব পাৰনেকি? পাঠশালালৈ যোৱাৰ উপযুক্ত কৰিব লাগে।

মোৰ যথেষ্ট ভয় লাগিছিল।

সিহঁতেও প্ৰথম প্ৰথম মোলৈ ভয় কৰিছিল। ওখই-পাখই দেখাত সিহঁতৰ নিচিনাই অলপ ডাঙৰ এটা ল'ৰা। কিন্তু মাতে-কথাই এটা ডেকা মানুহ। এইটো বা আকৌ কি জীৱ। কিন্তু মোৰ এটা বেলেগ এৰাব নোৱৰা আকৰ্ষণ আছিল। তুমিতো জানাই মই বগা-চগাই দেখাত বেছ ধুনীয়া। এজনী বগী ধুনীয়া ছোৱালীৰ নিচিনা। বয়সে মোৰ গাত যিমানখিনি তেজ দিছিল সেইখিনি দৌৰাদৌৰি কৰি থাকিবলৈ গাটো আছিল বহুত ঠেকঠুক। ফলত মই অনবৰত ৰঙাটো, মোক-খা মোক-খাটো হৈ থাকোঁ। এই আকৰ্ষণটো মোৰ বাবে এটা বিপদো আছিল। ই মোক জীৱনৰ ভীষণ কুৎসিত অভিজ্ঞতালৈ টানি নিছিল। ক'ম তোমাক।

অতি সোনকালেই মই ল'ৰা-ছোৱালীবোৰৰ মাজৰে এটা হৈ পৰিছিলোঁ। সিহঁতৰ লগত উমলিছিলোঁ, খেলিছিলোঁ। ছাবৰ শান্ত কোঠাটো মুখৰ হৈ উঠিছিল। তাৰ মাজতে কোনেও গমেই নোপোৱাকৈ পঢ়া চলিছিল। দুই-এমাহতে সিহঁতে নেওঁতা পৰা হ'ল। আখৰ চিনি পালে। লিখিবলৈ শিকিলে। তৃতীয়-চতুৰ্থ মাহৰ ভিতৰত ছাবৰ সৰু কোঠাটোত পোন্ধৰটা ল'ৰা-ছোৱালীৰ এটা সৰু শ্ৰেণী নিয়মীয়া হৈ পৰিল।

এতিয়াও আছে। ছাবৰ ঘৰত নহয়। মোৰ ঘৰত পুৱা মই এজাক সৰু সৰু ল'ৰা-ছোৱালী পঢ়াওঁ। আৰু পাছ বেলা টাউনত তিনি ঠাইত গঢ়ে কুৰিটাকৈ ল'ৰা-ছোৱালী পঢ়াওঁ।

এতিয়া মোৰ মাহিলী উপাৰ্জন প্ৰায় এহেজাৰ টকা। লগতে আছে জীৱনৰ এনে এক বিশেষ স্বাদ যিটোৰ উপভোগ সকলোৰে ভাগ্যত নঘটে। শিক্ষক মাত্ৰেই শিক্ষকতাৰ স্বাদ উপভোগ কৰিব নোৱাৰে।

কিন্তু—।

মই তোমাক সম্পূৰ্ণ বেলেগ কথা ক'ব খুজিছোঁ। মোৰ সম্পূৰ্ণ জীৱনী তোমাক মই ক'ব খোজা নাই। অথবা জীয়াই থকাৰ যুঁজখনৰ কথাও আইফালি ক'ব খোজা নাই। তোমাৰ লিখা মই পঢ়িছোঁ। সেইখিনি তুমি অৱলীলাক্ৰমে অনুমান কৰি ল'ব পাৰা বুলি মই জানো। মই মাত্ৰ তোমাক ক'ম মোৰ জীৱনৰ কেইটামান নিদাৰুণ অভিজ্ঞতা আৰু তাৰ ফলত হোৱা সিমানেই নিকৰুণ উপলব্ধিৰ কথা।

তুমি পঢ়া-শুনা কৰা মানুহ। অধ্যাপক মানুহ। মইতো তোমাৰ আগত হাতীৰ আগত মাখি। তথাপি ছাবৰ প্ৰেৰণাত, গ্ৰন্থাগাৰিক বাইদেউৰ মৰমত আৰু অন্তৰৰ

তাঙ্গিনাত মবে অলপ-অচবপ পঢ়িছোঁ। মনত ধাপ কাটি থোৱা তেনে এখন কিতাপ 'মুলা কথ'। টুল' লুত্রেক নামৰ সেই যে বাওনা শিল্পী এজনৰ জীৱন-ভিত্তিক উপন্যাস। সেইখন যদি তুমি পঢ়িছা,—পঢ়িছাই নিশ্চয়,—মোৰ জীৱনৰ দুখ তুমি বহু পৰিমাণে বুজি পাবা।

মোৰ ধাৰণা মূলগতভাবে পৃথিবীত সকলো মানুহেই সত। মাত্র অৱস্থাইহে মানুহক ক্রমাৎ অসত কৰি তোলে। অসত হোৱাৰ দুখ জীৱনত যি মানুহে উপলব্ধি নকৰে সি অন্তৰ দবে সুখী হৈ থাকিবও পাৰে। এক অৰ্থত তেনে মানুহ ভাগ্যবানো। কাৰণ সিইঁত যে অন্তৰ সম-পৰ্য্যায়ৰ সেই কথাকে সিইঁতে বুজি নাপায়। সকলো হাঁহিতো আৰু হাঁহি নহয়। কিন্তু অসত হোৱাৰ দুখ যি উপলব্ধি কৰে সেই উপলব্ধি তাৰ কলিজাত অনবৰত এডাল কাঁইট হৈ সোমাই থাকে। তাৰ কষ্টৰ পৰা সি অব্যাহতি নাপায়।

এই দুখ মই পাইছিলোঁ।

কিন্তু মযো হয়তো এক অৰ্থত ভাগ্যবান। মোৰ উত্তৰণ ঘটিছে। উত্তৰণেইতো জীৱনৰ আন এটা নাম। মই কণ্টক-জ্বালাৰ পৰা মুক্তি পাইছোঁ। কেৱল মুক্তি পোৱাই নহয়, প্রকৃত মুক্ত জীৱনৰ যি স্বাদ তাকো মই পাইছোঁ। ভগৱানৰ ওচৰত মই কৃতজ্ঞ। ভগৱানক মই বিশ্বাস নকৰি থাকিব নোৱাৰোঁ। মোক বাওনা কৰি স্বাভাৱিকতাৰ পৰা বঞ্চিত কৰি যি শূন্যতাত ভগৱানে মোক নিক্ষেপ কৰিছিল তাৰ অনেকগুণ পূৰ্ণতাৰে মোক ভগৱানে ওপচাই দিছে। মই যি পালোঁ,—পাইছোঁ— জীৱনত, তাৰ তুলনা নাই।

কিন্তু সেইবোৰ পোহৰৰ কথা। তাৰ আগতে মোৰ তোমাক আন্ধাৰৰ কথা বহুত ক'বলৈ আছে। বহুত আছে। বহুত কথা।

ক'ৰবাত পাইছিলোঁ, মানুহৰ জীৱনৰ হেনো সবাতোকৈ শক্তিশালী পৰিচালিকা শক্তিকেইটাৰ অন্যতম হ'ল যৌনশক্তি। অথচ আমাৰ সমাজ ব্যৱস্থাত যৌনতাক অৱদমন কৰাৰ কথাই অধিক আছে—স্বাভাৱিকতা দিয়াৰ কথা নাই। আৰু আজি-কালি যি হৈছে তাতোকৈ অৱদমনেই ভাল আছিল। বল্গাহাৰা হৈ গতি কৰাতকৈ বৈ থকা অধিক নিৰাপদ।

মই মানুহটো বাওনা। কিন্তু সেই শক্তি মোৰ জীৱনলৈ বাওনা হৈ অহা নাছিল। আহিছিল দুইৰ প্রতিশ্রুতি হৈ। দহন-জ্বালাই যাৰ একমাত্র ইতিহাস। কিন্তু মই বাওনা হলেও বুৰ্বক নাছিলোঁ। মই জানিছিলোঁ স্বাভাৱিক আৰু উচ্ছল যৌন জীৱন মোৰ বাবে নহয়। যেনেকৈ মই জানিছিলোঁ ফুটবল খেলা, ভলীবল খেলা মোৰ বাবে নহয়। মোৰ নাম ৰাম হ'লেও মকত ৰামৰ ভাওত মই ওলাব নোৱাৰোঁ। এরা

একেবাৰে শুদ্ধ কথা নাছিল। তথাপি এটা বোবা দুখ লৈ মই মোৰ কাম-কাজনাৰ ভিত্তিত টিপা দিছিলোঁ।

কিন্তু একাধিক আশ্চৰ্য্য ঘটনা ঘটি গ'ল মোৰ জীৱনত। সপোনতো নভবা ঘটনা। গছ তলত বাস কৰা আধা-পাগলী মাগনীজনীৰ কোলালৈও কেঁচুৱা অহাৰ দৰে ঘটনা। আশ্চৰ্য্যতকৈ বোধহয় অশ্লীল। কিন্তু ঘটিল।

এজন উচ্চ-পদস্থ চৰকাৰী বিষয়াৰ তিনি বছৰীয়া ল'ৰাটোক মই পঢ়োৱাৰ দায়িত্ব পাইছিলোঁ। ঘৰত পঢ়াব লাগে। টকা কেইটামান বেছিকৈয়ে দিছিল ভেওঁলোকে। মানুহগৰাকী বৰ সাদৰী। মোক মৰম কৰে, খুৱায়-বুৱায়। মানুহজন থহটা। বেছি কথা নকয়। ছুটা-ছুটা মাত দাম্ভিক।

এদিন পঢ়াবলৈ গৈ দেখিলোঁ, ল'ৰাটো নাই। মাকৰ লগত বুঢ়ী-মাকৰ ঘৰলৈ গ'ল। ঘৰত বিষয়া অকলে অকলে আছে। চুৰট হুপি বহি আছে। কোঠাত সোমায়েই মই এটা গোন্ধ পাইছিলোঁ। মানুহজনে মদ খাই বুলি জনা নাছিলোঁ। তেওঁ মোক বহিবলৈ ক'লে। আচৰিতভাৱে মিঠা মাতেৰে ইটো-সিটো কথা পাতিলে। পাছত মই যেতিয়া যাওঁ বুলি উঠিলোঁ তেতিয়া তেওঁ হঠাৎ মোৰ হাতত খাপ মাৰি ধৰিলে।

কি বীভৎস সেই অভিজ্ঞতা। এক ৰাক্ষসৰ কৱলত নৈতিকতাৰ ৰম্য প্ৰাসাদ মুহূৰ্ততে ধূলিসাৎ হৈ যোৱাৰ দুখভৰা উপলব্ধি। মই সেই ল'ৰাটোক পঢ়াবলৈ আৰু যোৱা নাছিলোঁ। সাদৰী মানুহগৰাকী মোক বিচাৰি ৰূপাজলি ওলাইছিলগৈ। মই বিনম্ৰভাৱে অসমৰ্থতা জনাইছিলোঁ। এক নিসংগ পবিত্ৰ আত্মাৰ সেয়া আছিল হয়তো প্ৰতিবাদ। কিন্তু মোৰ আত্মাই প্ৰতিবাদ জনালেও মই গম নোপোৱাকৈয়ে মোৰ দৈহিক সত্বা পতনৰ অন্ধ এক গহ্বৰত নিঃশব্দে সোমাই পৰিছিল। মই এনে এটা মাৰাত্মক জ্ঞান লাভ কৰিছিলোঁ যি জ্ঞানে মানুহক মূৰ্খ কৰে। মূৰ্খ অথবা পশু। স্বাভাৱিকতা য'ত দুষ্প্ৰাপ্য তাতেই মানুহে অস্বাভাৱিক বিকল্পত জাপ দি পৰে।

এজন ৰাজনৈতিক নেতাৰ সৰু ল'ৰা এটাক পঢ়ুৱাইছিলোঁ, তেওঁৰ আন এটা ল'ৰাৰ বয়স আছিল বাৰ-তেৰ বছৰ। সুন্দৰ স্বাস্থ্যৰ ধুনীয়া ল'ৰাটো মোতকৈ এফুটমান ওখ আছিল। সি ভাল টেবুল-টেনিছ খেলে। প্ৰশিক্ষণো লৈছিল। মোৰ বয়স তেতিয়া প্ৰায় বাইছ-তেইছ বছৰ। এবাৰ এই ল'ৰাটো আন্তঃজিলা খেলিবলৈ গুৱাহাটীলৈ যাবলৈ ওলাল। বাপেকে মোক মাতি ক'লে—তুমিও ইয়াৰ লগত যোৱা। লগতে থাকিবা। ই নিচেই অকঁৰা। টকা-পইচা কি ক'ত লাগে তুমিয়ে খৰচ-পাতি কাৰবা। ইয়াৰ খোৱা-শোৱাত চকু দিবা। মাত্ৰ চাৰিটা দিন।

মই গৈছিলোঁ। কিন্তু সেই ল'ৰাটোৰ পৰাই মই প্ৰথম শিক্ষা পাইছিলোঁ। মোৰ উত্তৰণৰ বাবে এই পাঠৰ নিতান্ত প্ৰয়োজন আছিল। ঘৰলৈ অহাৰ পাছত এদিন

ৰাজনৈতিক নেতাৰ ঘৰলৈ গৈছিলোঁ। সকটোৰ পঢ়ুৱাবলৈ। মনত এটা বেলেগ আশাৰ নিচিনা ভাবো। কিন্তু তাত যি ঘটিল সেইয়া আছিল পশ্চিমত দুৰ্যোগৰ ঘৰে কথা। মাৰ্কটোৱেইনৰ কিতাপত যে আছে তেনেকুৱা। মই সকটোক পঢ়াই আছিলোঁ। সি বাঁপেকক লগত লৈ সোমাই আহিছিল।

দেউতা,—কোনো ভূমিকা নোহোৱাকৈ সি কৈছিল,—এই বাম মাষ্টৰে আৰু ভাইটিক পঢ়ুৱাব নালাগে।

কিয় ?

এওঁ বৰ নিলাজ, দেউতা।

তিনিদিন মানলৈ মই একো খাব নোৱাৰিছিলোঁ। চকুলৈ টোপনি নাহিছিল।

যিবোৰ বঞ্চিত মানুহ, যিবোৰ সৰু মানুহ, সেইবোৰ মানুহৰ স্পৰ্শকাতৰ হোৱাৰ অধিকাৰ বোধহয় নাই। কিন্তু সিহঁতেই বেছি স্পৰ্শকাতৰ হয়। আৰু সেইখিনিতে মানৱ জীৱনৰ বহুতো কাৰুণ্য থুপ খাই থাকে।

কেইবাদিনৰো মূৰত এটা প্ৰচণ্ড বা-মাৰলিৰ আঘাতৰ পৰা নিজকে উদ্ধাৰ কৰি মই যেতিয়া আকৌ ওলাই আহোঁ তেতিয়া মই সলনি হৈ গৈছোঁ। মনোৰাজ্যৰ এখন কৃত্ৰিম ফুলনি শুকাই শেষ হৈ গৈছে। মোৰ সৰ্ব শৰীৰ মেৰিয়াই ধৰা এটা বীভৎস সাপৰ ভিভিত টিপা মাৰি মাৰি তাৰ বিজুলুৰা পেষণৰ পৰা মই নিজকে মুক্ত কৰিছোঁ। সেয়া মোৰ নিজৰ ভালৰ বাবেই। এতিয়া যেতিয়াই মই সেই কথা ভাবো - তেতিয়াই ভগবানলৈ মনত পৰি যায় ৰাজনীতিবিদৰ সেই টেবুল টেনিছ খেলা ল'ৰাটো,—এতিয়া ডাঙৰ টকাৱালা মানুহ ; আমাৰ দেশত ৰাজনীতি এটা ডাঙৰ ব্যৱসায় ;—সেই ল'ৰাটো এতিয়া বিখ্যাত লম্পট। কিন্তু বাৰ বছৰ বয়সত সি ভায়েকক ভৱিষ্যত লম্পটতাৰ পৰা ৰচাবলৈ এটা প্ৰেৰণা ভগবানৰ পৰা নাপালে ক'ৰ পৰা পাব।

আৰু অনেক অভিজ্ঞতাৰ কথা মই তোমাক ক'ব পাৰিম। দুৰ্নীতি, অনীতি, ভ্ৰষ্টাচাৰ, প্ৰবঞ্চনাৰ বহুৰূপ মই দেখিছোঁ। কি সেইবোৰ মই আৰু নকওঁ। কাৰণ মই জানো তোমাৰ সুবেদী মনৰ দাপোণত তাৰ অনেক ছবি নিয়ত প্ৰতিবিম্বিত হৈ আছে।

মই মাত্ৰ তোমাক মোৰ এটা বেলেগ ধৰণৰ অভিজ্ঞতাৰ কথা ক'ম। তুমি লেখক মানুহ। চৰিত্ৰ নিৰ্মাণ কৰিবৰ সময়ত তুমি দৰকাৰী ডালপাত ইত্যাদি যোগ দি ল'ব পাৰিবা। সিহঁতেই যোগ নিদিয়া,—সেয়েহে মোৰ অভিজ্ঞতা হ'ব। মানুহে নাজানে এটা নাওমান পকৰাৰ অভিজ্ঞতা মানুহতকৈ কিমান বেছি। হাতীয় গছকি মানুহ মৰাটো আমাৰ বাবে এটা বাতৰি কাকতত ওলাব লগা খবৰ। কিন্তু এটা পকৰাই প্ৰতিটো মুহূৰ্তত তাৰ মূৰৰ ওপৰত অজস্ৰ হাতীৰ খোজৰ ভয় লৈ ফুৰিব লগা হয়। গাধীৰত্ত

ডুবি মানুহ মৰাৰ খবৰ সাধাৰণভাৱে শুনা নাযায়। কিন্তু পকৰা মোৰ পিয়লাত ডুবি মৰাটো নৈমিত্তিক ঘটনা।

আৰু মানুহৰ মাজত মই যে এটা মানুহ-পকৰা। মোক লৈ চতুৰ্দিশে নিৰন্তৰ কৌতূহল। অনাহকত মানুহে মোক চোলাটো বেছি দীঘল দেখে। নাকটো বেছি জোঙা দেখে। চকুযোৰ ম দেখে। ওঁঠজোৰ কামুক দেখে। হাজাৰজনৰ মাজতো মই হেৰাই যাব নোৱাৰোঁ। কিবাকৈ প্ৰত্যেকৰে দৃষ্টি মোৰ ওপৰত পৰিবই।

নাৰী-সংগ মই কাহানিও পোৱা নাছিলোঁ। চেষ্টা নকৰা নহয়। কৰিছিলোঁ। কিন্তু সফল হোৱা নাছিলোঁ। এবাৰ সাহসত ভৰ দি আনকি এজনী সকলোৰে জনা বেয়া মানুহৰ দুৱাৰত ৰাতি গৈ টুকুৰিয়াইছিলোঁও। তাই দুৱাৰ খুলি অপাংগ দৃষ্টিৰে এবাৰ মোক চাই পুনৰ দুৱাৰ বন্ধ কৰি দিছিল।

আহত মন লৈ বাটৰ দাঁতিত মই বহি আছিলোঁ। দেখিছিলোঁ এটা সময়ত নিজৰ শৰীৰতকৈ প্ৰায় তিনি গুণ প্ৰকাণ্ড এটা মানুহক তাই আগ্ৰহেৰে ভিতৰ সুমুৱাই নিছে।

সেইটো এলেকালৈ মই আৰু যোৱা নাছিলোঁ।

কিন্তু,—অন্তঃস্ৰোতা নদীয়ে কাক কেতিয়া কেনি টানি নিয়ে ক'ব নোৱাৰি।

নীলাৰ ভনীয়েক এজনীক পঢ়ুৱাইছিলোঁ।

এদিন ঘটনাক্ৰমে নীলা আৰু মহিমাৰ কথা-বতৰা শুনিছিলোঁ।

—কেনেকৈ চলিছ নীলা? কমল দা নাই, বিমল দা নাই!

—আছোঁ আৰু। উপবাস। তোৰেতো ৰাজেন দা এই কলিকতা, এই দিল্লী। অৰপতো লণ্ডন পালেগৈ!

—অমৃত নাথাকিলে তেতেলীকে চেলেকিবলৈ শাস্ত্ৰই বিধান দিছে নহয়।

মোৰ গাত একেলগে লাখ-লাখ সৰিয়হ ফুটিছিল। শুভবুদ্ধিৰ চকু কণা হৈ গৈছিল। ত্ৰিছ বছৰীয়া এটা আদিম ভোকাতুৰ দেহ, য'ত তেজ বহুত বেছি, ঠাই নিচেই কম।

মই মহিমাৰ ঘৰ ওলাইছিলোঁগৈ। তাইৰ লগত চিনাকি মোৰ ভালেই আছিল। মোৰ উভচহুদ্ৰপিণ্ডৰ কথা শুনি তাই খুব হাঁহিছিল। ভালেমান পৰ চুপতি কৰিছিল।

কিন্তু শেষত তাই মোৰ পিছত কুকুৰ লগাই দি হাঁহিছিল।

তুমি হয়তো বিশ্বাস কৰিবলৈ টান পাবা, সিদিনাৰ পাছৰ পৰা কামনাই আৰু মোক জুইৰ দৰে কেতিয়াও পোৱা নাই।

ছাৰে বোধহয় এইবোৰ কথা কিবাকৈ জানিছিল।

এজন এজন মানুহ থাকে যি সকলো মানুহৰ সকলো কথা কেনেকৈ জানে ক'ব নোৱাৰি। পাঠশালাৰ পণ্ডিত। কিন্তু ছাৰে সকলো জানে। অন্ততঃ ছাৰে কি নাজানে মই নাজানো। মাধব কটকী ছাৰ মোৰ বাবে এক বাঁধৰ। এক দেৱদূত।

এদিন অপ্ৰত্যাশিতভাৱে মাত্তি নি বহুৱাই লৈ ছাৰে মোক অদ্ভুত কথা কিছুমান কৈছিল। ছাৰে এবাৰো মোৰ চকুলৈ চোৱা নাছিল। খিৰিকীৰ দূৰৰ আকাশলৈ চাই আছিল। ছাৰে আত্মলিপ্তভাৱে গীতাৰ কথা কৈছিল, কোৰাণ-বাইবেলৰ কথা কৈছিল। আত্ম-নিগ্ৰহৰ তাৎপৰ্য্যৰ কথা কৈছিল। তাৰ পাছত হঠাৎ মোৰ চকুলৈ চাইছিল। সত্তৰ বছৰ বয়সতো চকচকাই থকা ছাৰৰ চকু দুটাই হাঁহিছিল।

—ৰাম, মোৰ অনেক ছাত্ৰ। সকলো বয়সৰ ছাত্ৰ। বহুতে বহুত কিবা কৰিছে। বহুত ডাঙৰ মানুহ হৈছে। অনেক বেয়া হৈছে। তুই একৰ বাহিৰে মই কাকো একো নকওঁ। কেতিয়াবা ভাল পাওঁ। কেতিয়াবা দুখ পাওঁ। তোৰ ক্ষেত্ৰত মোৰ লিপ্ততাটো অলপ বেলেগ। তই ব্যতিক্ৰম। তেনেকৈ কোৱা বাবে বেয়া নাপাবি। পৃথিৱীত সকলো ভাল আৰু সকলো বেয়া কাম ব্যতিক্ৰমৰ পৰাই হয়। তোৰ পৰা ভাল হোৱাটো মই বিচাৰোঁ। তই গান্ধীও হ'ব নালাগে। হিটলাৰো হ'ব নালাগে। যি মানুহে পচুলিৰ বনগুটি উঘালে তেওঁ যদি তাকে ভালকৈ উঘালে তেওঁৰ কামৰ মূল্য মই তাজমহল সজা মানুহটোৰ কামৰ মূল্যৰ লগত বৰ বেছি পৃথক বুলি নাভাবোঁ। এই কাগজখনত মই দুটামান প্ৰশ্ন লিখি দিছোঁ। তই মোক কোনো উত্তৰ দিব নালাগে। মাত্ৰ তই ভাবি চাবৰ বাবে দিছোঁ। মানুহে পৰীক্ষা সদায় নিজৰ ওচৰত দিব লাগে।

ছাৰৰ কাগজত গোট গোট আখৰত লিখা আছিল।

: খেতিয়কে নাঙলৰ যত্ন কিয় লয়? হাল-বোৱা শেষ হ'লে নাঙলটো ধুই শুকুৱাই বছৰটোলৈ তুলি থোৱাটো কিয় এটা সংস্কৃতিৰ দৰে?

: ৰাষ্ট্ৰপতি ভৱনত এটা নাঙলৰ প্ৰয়োজন আছে নে নাই?

: ভগৱানে মানুহৰ বাহিৰে প্ৰায় সকলো জীৱৰে যৌন-চেতনা সময়ৰ সীমাৰেখাত আবদ্ধ ৰাখিলে কিয়?

: এটা বস্তাৰ পৰা গুটিধান পকা আলিত সিঁচি দিলে ধানবোৰ কি হ'ব? আৰু বস্তাটোৰ কি হ'ব?

: জুই নহ'লে জীৱন নচলে। অথচ জুইৰ ব্যৱহাৰতে সবাতোকৈ বেছি সাৱধানতাৰ প্ৰয়োজন কিয়?

কাগজখন দি ছাৰে মোক এটা কৌতুক কৈছিল।

এবাৰ এজন ডেকাই আঠ-মণ্ডলালৈ যাবলৈ এডাল টাই কিনি ডিঙিত বান্ধিছিল। জীৱিকাত ডেকা বনবিভাগৰ কৰ্মচাৰী। হাবিত টাই নালাগে। বহুত দিন এনেই পৰি থকাৰ পাছত টাইডাল আঠুৱা বন্ধা ৰচীত পৰিণত হ'ল। গতিকে মানুহে মূল্যবোধ শব্দটোৰ অৰ্থ বুজিবলৈ যত্ন কৰিব লাগে। গড্ডলিকা প্ৰবাহ বেয়া কথা।

মই ভাবিবলৈ, বুজিবলৈ যত্ন কৰিছিলোঁ।

এটা নতুন পোহৰ। এটা নতুন উপলব্ধি। মই যেন বোধোদয়ৰ সৰলীত অবগাহন কৰি উঠি স্নাতক হলোঁ। নতুন উপলব্ধিৰ ছাত মোৰ জীৱনলৈ এক অপূৰ্ব প্ৰশান্তি আহিছিল। কামৰ অৰ্থ মই বুজি উঠিছিলোঁ। লাহে লাহে মই আজিৰ এই বাম ছাৰ হৈ উঠিছিলোঁ। ল'ৰা-ছোৱালীৰ মাত ফুটিলেই যাৰ কথা মানুহে মনত পেলায়। আৰু ল'ৰা-ছোৱালীয়ে লিখিব-পঢ়িব পৰা হ'লেই যি নতুন নতুন কৈ কাঞ্চন-জঙ্ঘা জয়ৰ আনন্দ উপভোগ কৰে। সিঁহতক পঢ়োৱা মোৰ বাবে এটা কেৱল পদ্ধতি নহয়। এয়া অনাবাদী জমি আবাদী কৰি তোলাৰ সাধনা।

সেয়ে তোমাক এইবাৰ এটা পোহৰৰ সাধু কওঁ। আন্ধাৰৰ কথা বহুত ক'লো। তুমি জানো এইবোৰ লিখিব পাৰিবা? যিবোৰ কথা বিশ্বৰ অনেক মহৎ গ্ৰন্থত আছে সেইবোৰৰ বহুত কথাই আকৌ তোমালোকে আমাৰ সাহিত্যত লিখিব নোৱাৰা নহয়। অসমৰ এখন গাঁৱত বহিও তুমি পেপিল' পঢ়িব পাৰা। ষ্টিট কাৰ নেমড্ ডিজায়াৰ, গন্ড অব দেয়াৰ বড্ডিজ, ফিউচাৰ শক, বা আমাৰ দেশৰে কল গাৰ্লছ, মহাৰাজাজ, পঢ়িব পাৰা। কিন্তু লিখিব নোৱাৰা। ইয়াত সত্যতকৈ শ্লীলতা অশ্লীলতা লৈ বেছি মূৰ ঘমোৱা হয়। অথচ সামান্য এটা অসত্যও যে পৰ্বত-প্ৰমাণ অশ্লীল সেই কথা আমি নাভাবোঁৱেই।

শুনা।

বোৱাৰী-ঘাট। গোবিন্দ-মন্দিৰৰ আগতে মই বহোঁ। জিৰাওঁ। সদায়।

আইঁতৰ ছাঁ। শূন্য দুপৰ। ঘাট। মন্দিৰ। থানা।

থানা?

কিবা এটা মুবুজা কবিতা যেন লাগে। ভাল লাগে। আৰু সেইখিনি সময়তে তেওঁ আহে। প্ৰায় সদায় আহে। মোৰ ওচৰত এখন্তেক ৰয়। আমি দুই-চাৰিটা কথা পাতোঁ। যায়গৈ। কথা তেনেকৈ নাথাকেই পাতিবলৈ। দুটা শূন্যতা অথবা বিপৰীত অৰ্থত পূৰ্ণতা লগ লাগিলে কথা নোলায়। কিন্তু সেই অৱস্থাটো বৰ মুখৰ, বৰ আকৰ্ষণ উদ্ৰেকক।

তেওঁ শেৱালী। আগৰ আমাৰ ৰূপাজলিৰে ছোৱালী; বিধৱা মাক আৰু জীয়েক। আৰু কোনো নাছিল। এই খিনিলৈকে বিয়া হৈ আহিছিল। এতিয়া বয়স প্ৰায় ত্ৰিকুৰি। সাধাৰণ গঢ়-পিত মজলীয়া চেহেৰাৰ এজনী মানুহ। এনেয়ে চকুত নপৰে। কিন্তু অকণমান মন দি চালেই ধৰিব পাৰি মানুহজনীৰ চেহেৰাত অখণ্ড বিষাদ লিপিবদ্ধ হৈ আছে। তেওঁ যেতিয়া হাঁহে তেতিয়া কোনোবা সাজ্য তৰাই উচুপি উঠাৰ যেন লাগে।

শেৱালীয়ে জীৱনত সদায় দুখেই পালে।

মোমাই-ভাগিন এহাল। ভাগিনীয়েকটো ড্ৰাইভাৰ। মোমায়েকটোৰ প্ৰায় একো কাম-কাজ নাই। কেতিয়াবা অলপ হাট-বজাৰ কৰে। নাম-নাচ। তাকো মদ খাবৰ বাবে পইচা উলিয়াবলৈ। ভাগিনীয়েকটোৰেই শেৱালীক বিয়া কৰাই আনিছিল। প্ৰথম কেই বছৰমান ভালেৰেই গৈছিল। কিন্তু ক্ৰমাৎ গিৰিয়েকৰ ঘৰত মন নবহা হৈ আহিল। কাৰণ শেৱালী হেনো আঁতকুৰীয়া, বাঁজী। তেতিয়াৰে পৰা এই প্ৰায় কুৰি বছৰ কাল তেওঁ বৰ দুখত কটালে। গিৰিয়েকৰ অবহেলাতকৈ তিৰোতাৰ ডাঙৰ দুখ আৰু কি হ'ব পাৰে! ভাতকেইটাইতো জীৱনৰ একমাত্ৰ নহয়।

তথাপি জীৱন গৈ থাকে। চলি থাকে।

কিন্তু হঠাৎ সেই জীৱনো বৈ যাব লগা হ'ল। বিৰ বিৰ বিৰ বতাহ বলিছিল। আইতৰ পাতত নিচুকনি সুৰ। নিদাঘ-দুপৰ। বহি বহি মোৰ চকুৰ পতা গধুৰ হৈ আহিছিল।

হঠাৎ মোৰ কাণত পৰিল, মোৰ ঠিক পিছতে কোনোবাই উচুপিছে।

আচৰিত হৈ ঘূৰি চালোঁ। শেৱালী।

আনদিনাৰ দৰেই গা ধুই আহিছে। কাপোৰ তিতা। একলহ পানী। মোৰ ঠিক পিছতে মাটিত বহি মুখ ধাকি উচুপিছে। অভিজ্ঞতাৰ পৰা মই জানো, এই সময়ত এনে সময়ত একো নোকোৱাই ভাল। কিবা এটা খুব বেয়া হৈছে। কিন্তু তাৰ উপশম ঘটিব একমাত্ৰ এবাৰ ভালকৈ কান্দি ল'লেই। কান্দক। এনেও, শেৱালীৰ দৰে মানুহে কন্দাৰ বাহিৰে আৰুনো কি কৰিব পাৰে!

এটা সময়ত শেৱালী শান্ত হৈছিল। মুখ তুলি মোলৈ চাই কৈছিল,—মোক মৰিবলৈ এটা উপায় দিয়া বামদাদা। নহ'লে—

মই ভালেমান পৰ মনে মনে বৈ আছিলোঁ।

বতাহ গধুৰ। আইঁত পাতৰ সুৰ নিশ্চুপ।

জীৱনত নিজকে মই কেতিয়াও প্ৰয়োজনীয় বুলি অনুভৱ কৰাৰ কোনো সুবিধা পোৱা নাই। দায়িত্বৰ প্ৰশ্ন নাই। মোৰ ওচৰলৈ নিৰ্ভৰৰ প্ৰত্যাশাৰে কোনোবা আহিব পাৰে বুলি মই কাহানিও ভবা নাই। এনে মুহূৰ্তৰ বাবে মোৰ কোনো মানসিক প্ৰস্তুতি নাই। তথাপি মই কৈছিলোঁ,—তেনে কথা নক'বা শেৱালী। জীৱন মৰিবৰ কাৰণে নহয়। নহলেতো মই জীয়াই থাকিবই নোৱাৰিলোঁহেঁতেন।

দূৰৰ নৈখনলৈ চাই শেৱালী বহি আছিল। মুখ মণ্ডলত বহুতো ভেজ গোট খাইছে। দৃষ্টি হেৰাইযোৱা। এক নিষ্ঠুৰ সিদ্ধান্তৰ প্ৰাক মুহূৰ্ত।

খন্তেক বৈ মই পুনৰ কৈছিলোঁ,—কি হৈছে মোক কোৱা। মই কোনো কামৰ মানুহ নহওঁ। তথাপি ক'লে তোমাৰ ভাল লাগিব।

শেৱালীয়ে কৈছিল। মূৰৰ পৰাই কৈ শেষত কৈছিল,—গিৰিয়েক মৰাৰ পাছত চা-চিনাকি মানুহৰ ঘৰত ইটো-সিটো কৰি তেওঁ চলি আছিল। মোমায়েকটোৱে বিশেষ একো নিদিয়ে। ছুসাজ খায়। কেতিয়াবা চাউল এবিলো আনে। ৰাতি ঘৰলৈ প্ৰায়ে নাহে। মদ খাই ক'ৰবাত পৰি থাকে।

—কিন্তু কালি ৰাতি সি মদ খাই ঘৰলৈ আ'হিছিল। আহি মোৰ ওপৰত বেইজ্জতি কৰিব খুজিছিল। মই গোটেই ৰাতি জোপোহাৰ আঁৰত লুকাই থা'কিলোঁ।

শেৱালীয়ে আকৌ কান্দিছিল। কান্দি কান্দি শেৱালীয়ে কৈছিল—মই মৰিম। মৰিম নহ'লে তাকে ছুছোৰা কৈ কাটিম।

মই ক'ব নোৱাৰাকৈয়ে, যন্ত্ৰ চালিতৰ দৰে উঠি শেৱালীৰ পিঠিত হাত থৈছিলোঁ। কি কম মই ভাবি পোৱা নাছিলোঁ। কিন্তু কোনোবাই যেন ভিতৰৰ পৰা মোৰ মুখেৰে কোৱাইছিল,—তুমি মোৰ লগত যাবা, শেৱালী। ভুল কথা কৈছোঁ যদি মোক মাফ কৰিবা।

* * *

মোৰ বিয়াৰ খবৰ পাই তুমি আহিছিলা। নম্ৰতাকৈয়ে আহিছিলা। আৰু অহাই নহয়। তুমি আমালৈ এটা অভাবনীয় প্ৰেজেণ্ট লৈ আহিছিলা।

তোমাৰ ওচৰত মই কৃতজ্ঞ। কতই মোক হকা-বাধা কৰিছিল।

এইবাৰ তোমাক মই মাতিছোঁ। এই চিঠি পোৱাৰ পাছত তুমি এবাৰ আমাৰ ঘৰলৈ ( কিনো ঘৰ ! শেৱালীয়ে কিন্তু তাকেই ধুনীয়াকৈ থয়। মাইকী মানুহৰ হাতৰ স্পৰ্শ যে কি বস্তু! চাকা মজিয়াত ভৰি দিবলৈকে মোৰ সংকোচ ! ) আহিবা। আহি এবাৰ আমাক চাই যাবাহি। আমি এতিয়া ছুজন নহওঁ জানা, তিনিজন। ডাক্তৰে কৈছে, আমাৰ পোনাটোৰ স্বাস্থ্য হেনো খুব ভাল। জন্মতে সি উনৈছ ইঞ্চি দীঘল হৈ আহিছে। তিনি কেজি গধুৰ হৈ আহিছে। যেয়ে দেখে সেয়ে কয়—সি হেনো বৰ ওখ-ডাঙৰ মানুহ হ'ব। জানা, তাক ইতিমধ্যে পোলিওৰ ছুপালি খুৱালে, ট্ৰিপোলৰ ছুটা বেজি দিয়ালেই মাকে। মাকে, মানে শেৱালীয়ে, যি জীৱনৰ কুৰিটা বছৰ বাঁজী অপযশ মূৰত লৈ কটাল।

তুমি এবাৰ আহিবা।

---

# ধূঁৱলি চেতনা

নিজবাৰ মন গ'ল আকণমান বহিখন যেন তাই টুকুৰা-টুকুৰকৈ ফালি পেলাই দিব। ইমান সৰু-সৰুকৈ টুকুৰা টুকুৰ কৰিব যে ভিতৰত থকা প্ৰতিটো আখৰ জোৰা লগাব নোৱৰাকৈ খণ্ড-বিখণ্ড হৈ যাব। শেষ হৈ যাব তাইৰ ব্যৰ্থতাৰ সকলো গ্লানি।

এদিন নিজবাই এই কামটো কৰিব। কৰিব লাগিব। সেই দিনটো হয়তো তাইৰ জীৱনৰ অন্তিম দিন হ'ব। ঠিক। অন্তিম দিন। আৰু সেই সুদূৰ নহয়। আসন্ন।

নিজবাৰ প্ৰতীতি জন্মিছে কেতিয়াবা তাই হঠাতে নিজক শেষ কৰি দিব। কাৰণ এই এটা কথা, নোহোৱা হৈ যোৱাৰ কথা,—মাজে মাজেই ভাবোতে ভাবোতে তাই জী আছে নে মৰিল নিজেই কেতিয়াবা ভুল কৰি পেলায়। মৰাটো এতিয়া একো ডাঙৰ কথা, ভয়ৰ কথা যেন নেলাগে। যি কোনো মুহূৰ্তত নিজকে নিতান্ত সহজভাৱে তাই শেষ কৰি দিব পাৰে। আৰু তেনে কৰাই উচিত যেন লাগে। লাগে নহয় তাইৰ বিশ্বাস।

কিবা এটা প্ৰসংগত এদিন তাই চাৰক প্ৰতিশ্ৰুতি দিছিল জীৱনৰ শ্ৰেষ্ঠ কবিতাটো এদিন তাই লিখিব-আৰু চাৰক উপহাৰ দিব। অথচ কবিতাটো আজিও লিখা নহ'ল। যোৱা প্ৰায় এটা বছৰত তাই ভালেকেইটা কবিতা লিখিছে। আটাই কেইটা এই এখন বহিতে আছে। কিন্তু লিখিব খোজা কবিতাটো আজিও লিখিব তাই নোৱাৰিলে। নিজবাই আজি বৰ ভালকৈ জানে লিখিম বুলি আশা কৰা কবিতাটো যদি তাই লিখিব পাৰে সেইটো হ'ব এটা ব্যৰ্থতাৰ কবিতা। কাৰণ ব্যৰ্থতাক তাই যিমান ঘনিষ্টভাৱে চিনি পালে আন একোকেই তেনেকৈ পোৱা নাই।

সঁচা কথা, তাইৰ দৰে প্ৰেমৰ উপলব্ধি সকলোৰে নহয়। হোৱা নাই। আৰু তাইৰ ব্যৰ্থতাও তাইৰ প্ৰেমৰেই দান। কিন্তু ক'ত যেন লুকাই আছে অন্য এক ব্যৰ্থতা। তাইৰ কবিতাত চেতনাৰ সেই দ্যুতি প্ৰকাশ পোৱা নাই যি তাইৰ এটা কবিতাক হ'লেও শুদ্ধ কবিতা কৰি তুলিব পাৰে। মানুহে কয় তাইৰ কবিতা হেনো নিজবাৰ দৰে। হ'ব পাৰে। কিন্তু তাত যে গভীৰতা নাই। তাই বিচাৰে সি সাগৰৰ দৰে গভীৰো হওক।

নাই হোৱা। সেই কাৰণে ইয়াৰ এটা কবিতাও তাই চাৰক দিব নোৱাৰে। চাৰৰ কথাকেষাৰ আজিও তাইৰ কাণত বাজি থাকে। 'মই নিজেই বাচি লম নহয়। তুমি মাত্ৰ লিখি যোৱা।' চাৰে চাগৈ আজিও তাইৰ প্ৰতিটো কবিতা আগ্ৰহেৰে পঢ়ে।

পঢ়ি চাগে ভাবে তেওঁক কথা দি যোৱা ছোৱালীজনীয়ে কথা ৰাখিব নোৱাৰিব নেকি ? চাবেতো তৎক্ষণাৎ বুজি যাব। মানুহজনে কিজানি শব্দবোৰৰ গোন্ধ পায়। ধ্বনিৰ শব্দ শুনে। দেহাৰ উত্তাপ অনুভৱ কৰে। সঁচা মিছা ৰূপ দেখিবলৈ পায়। একোটা শব্দৰ যে ক'ত ৰূপ, ক'ত ৰং, গোন্ধ, উত্তাপ।

চাবে এদিন সুধিছিল—কোল্‌ৰিজ্‌ৰ ভিজেকৃচন কেনে লাগে ? তাই ভাল লাগে বোলাত আকৌ সুধিছিল—কিয় ? তাই কৈছিল—হতাশাৰ ৰূপটোৰ বাবে। চাবে সুধিছিল—কিন্তু কোল্‌ৰিজৰ হতাশা প্ৰকৃত জানো ? তাই উত্তৰ দিব পৰা নাছিল। এতিয়া তাইৰ বয়স বহুত বাঢ়িল। তাই নেজানে তাইৰ হতাশা কোল্‌ৰিজতকৈ বেলেগ হয়নে নহয়। কিন্তু অনুভৱ কৰে হতাশা মহৎ হ'ব নালাগে। হতাশা কাৰণৰ তুচ্ছতাত বন্দী হ'ব নেলাগে। আকৰণৰ পৰা, ভিতৰৰ পৰা উত্তৰ হ'ব লাগে, কোল্‌ৰিজৰ আনন্দৰ দৰে।

আজিকালি নিজৰাই বিশেষ একো ভাবিবলৈ যত্ন নকৰে। আগেয়ে কৰিছিল। ভাবিবলৈ যত্ন নকৰা মানেই নভবাকৈ থাকে। নভবাকৈ থকা মানুহেই আচলতে ব্যৰ্থ মানুহ। নিজৰাই নেভাবে। জীৱন আৰু মৃত্যু সমাৰ্থক হৈ যোৱা মানুহৰ ভাবিবলৈ একো নেথাকেও।

তথাপি আজি তাইৰ ভাবিবৰ মন গ'ল। মানে, মনত পেলাবৰ। ভৱিষ্যত যাৰ নাই সি কি ভাবিব ভৱিষ্যতৰ কথা। বৰ্তমান যাৰ নাই কি ভাবিব বৰ্তমানৰ কথা। কিন্তু নিজৰাৰ এটা অতীত আছে। মনত পেলাব পৰা অতীত। মনত পেলাই পুলকিত, বিষণ্ণ, আতংকিত, সমাহিত হ'ব পৰা অতীত। এনে অতীত সকলোৰে নেথাকে। তাইৰ বিশ্বাস, নথকাই ভাল। অতীত সৰল বেথাৰ দৰে হোৱাই ভাল। বৰ্তমান্, ভৱিষ্যত নিজঞ্জাল হয়। একা-বেঁকা অতীতে জীৱনলৈ জঞ্জাল আনে। অৱশ্যে তাই জানে, মানুহে সুখ-দুখ দুয়োটা চৰমভাবে নেপালে জীৱনৰ পূৰ্ণ অনুভৱ নহয়। তথাপি……

আহ্! কলেজৰ সেই দিনবোৰ। কি দিন আছিল। ইমান মৰম। ইমান উত্তেজনা। তাইৰ বাবেতো অবিশ্বাস্য কাণ্ড। তাইৰ শৈশৱ আছিল বৰ নিঃস্ব। কৈশোৰ উদাস। সকতেই তাই ঘাট-মাউৰা। বৰ-বাপেক বৰ-মাকে তাইক ডাঙৰ কৰিছিল এটা নিৰুপায় দায়িত্ব হিচাপে। মৰম অথবা অত্যাচাৰ দুয়োটাই পোৱা নাছিল। কিন্তু কাৰো-নোহোৱাৰ নিষ্ঠুৰ বেদনা তাইৰ চেতনাৰ আঁহে আঁহে সোমাই-ছিল। সেয়া এক সুদীৰ্ঘ একান্ত-বিহাৰ যি তাইক দিছিল প্ৰগাঢ় নিসংগতাবোধ। চেতনাত সম্পৃক্ত এই বোধে তাইক এনে এক বৈৰাগ্য দান কৰিছিল যে নোপোৱাৰ বা পাই হেৰুৱাৰ বেদনাই আজিও তাইক বৰকৈ বিচলিত নকৰে। আজিয়ে নিজৰাই

বাৰে বাৰে মৰাৰ কথা ভাবে জীৱনত এবাৰেই মাত্ৰ উপভোগ কৰিব পৰা বিশেষ এটা অভিজ্ঞতা বুলি ভাবে তাৰ মূলতো হয়তো তাইৰ নিঃসংগ চেতনাই আছে। মৰণলৈ তাইৰ অকণো ভয় নেলাগে।

কিন্তু সেই দিনবোৰ। কলেজৰ আহ্। আজি সেইবোৰ কিবা স্বপ্ন-বিচৰণ যেন লাগে। চাম্নাম্বিউলেচন্।

কলেজৰ এটা প্ৰধান ঘটনা হ'ল নিজৰাই চাৰক লগ পোৱাটো। তাই নেজানে কিয়? তাইৰ ধাৰণাও নাছিল মানুহৰ দেউতাক ঠিক কেনেকুৱা হয়। কিন্তু চাৰক লগ পাই তাইৰ ভাব হৈছিল তাই এজন দেউতা পাইছে। কলেজৰ প্ৰতিযোগিতাত তাই লিখা এটা কবিতা পঢ়ি চাৰে তাইক মতাই নিয়াইছিল। সেয়ে আৰম্ভ। চাৰৰ ঘৰটো সিহঁতৰ হোষ্টেলৰ পৰা বেছি দূৰত নাছিল। সময় পালেই তাইৰ যোৱাৰ একমাত্ৰ ঠাই আছিল চাৰৰ ঘৰ। বাইদেৱে মৰম কৰিছিল, ঘৰুৱা ভাবত কথা পাতিছিল, সময়ত বকিছিলেও। চাৰৰ দুজনী সৰু সৰু ছোৱালী তাইৰ খেলাৰ লগ হৈ পৰিছিল।

চাৰে তাইক কি লিখিব কেনেকৈ লিখিব সেইবোৰৰ একো নকৈছিল। মাত্ৰ খবৰ লৈছিল লিখিছেনে নাই। আৰু আচৰিত ধৰণে মাজে মাজে ভুল যুক্তিৰে তাইৰ লগত তৰ্ক কৰিছিল। সেই সময়ত তাইৰ দুজন প্ৰিয় কবি আছিল। চাৰে তাইৰ আগত সেই দুজনক ফু-মাৰি উৰুৱাই দিয়াৰ চেষ্টা কৰিছিল। নাই, ক্লাচত নহয়। ক্লাচত চাৰ আছিল একেবাৰে হিচাপৰ মানুহ। বাহিৰত একেবাৰে বেলেগ। এদিন চাৰে সাধাৰণ ভাৱে কোৱা এষাৰ কথাই তাইৰ মনত দাগ বহুৱাইছিল। চাৰক বুজা যেন লাগিছিল। তেতিয়া তাই সৰু আছিল। চাৰে কৈছিল—ইলিয়টে প্ৰুফ্ৰক লিখিছিল ১৯১৫ চনত। পঞ্চাছ বছৰ পিছত লিখা হ'লে কবিতাটো তেওঁ তেনেকৈয়ে লিখিলেহেঁতেন নে বাৰু? তেন্তে পঞ্চাছ বছৰৰ পিছত এলিয়টক অনুসৰণ কৰাজন কিমান আধুনিক হ'ব। আৰু নিজৰাৰ কলমত আৰম্ভ হৈ গৈছিল আৱিষ্কাৰৰ সংগ্ৰাম।

কিন্তু ইয়াতোকৈ ডাঙৰ ঘটনাটো হ'ল, ইয়াতেই তাই ৰক্তিমক লগ পালে। সিহঁত প্ৰেমত পৰিল।

এদিন কিবা এটা কাৰণত সিহঁত দুটা একে লগে গোস্বামী চাৰৰ ঘৰলৈ গৈছিল। গোস্বামী চাৰ বৰ ধেমেলীয়া মানুহ। ডিগ্ৰীৰ ছাত্ৰক সমানৰ দৰে ব্যৱহাৰ কৰে। কথা বতৰা পাতিছিল। চাহ খুৱাইছিল। খেল চিনেমাৰ কথা কৈছিল।

তাৰ পিছত এপাকত কৈ পেলাইছিল—তোমালোক দুইৰে বোলে বৰ প্ৰেম। বিয়া-বাৰু…জাত-পাত মিলেনে নাই?

সিহঁতৰতো সৰগ পৰা অৱস্থা।

গোস্বামী চাৰে বৰ বহুইচ পাইছিল। যেকযেকাই হাঁহিছিল। বোলে প্ৰেমো কৰিবা। লাজো কৰিবা। এই গোটেইবোৰ জানো। জুই লুকালেও ধোঁৱা নুলুকায়।

শেষত বঙ্কিমৰ মাত ওলাইছিল কেনেকৈ জানিলে ?

—তোমালোকৰ চাৰ। মুখত গৰ্ত দেখা লোক। বৰ চিন্তা। ল'ৰাহালে জুই কুল চন্তালিব পাৰে নে নোৱাৰে। লাগে বুজিছা। পিছে জীৱনৰ বাবেহে যেই। মৰিবলৈ কেনৈহে প্ৰেম।

বঙ্কিমক তাই ভাল পাইছিল। এতিয়াও পায়। তাক ভাল নেপাই নোৱাৰি। সি এটা বৰ নিসংগ সত্বা। কিন্তু দুদূৰ নহয়। ভাল সংগী, সদালাপী, সুশ্ৰোতা। কিন্তু স্বতন্ত্ৰ। কেতিয়াও উটি নেযায়। যি ভাবে, কৰে। ভাব-বিলাসী নহয়। আদৰ্শবান। কিন্তু আদৰ্শৰ দাস নহয়। কোনো ধৰণৰ আপোচ ভাল নেপায়।

বঙ্কিম বুলিলেই নিজৰাৰ টুকুৰা-টুকুৰ অনেক কথা মনলৈ আহে। সিহঁতে একেলগে জীৱনৰ অনেক দিন কটালে। একেলগে, কিন্তু অকলে অকলে। বৰ নিবিড়, কিন্তু বৰ দূৰে দূৰে।

নিজৰাই তাইৰ কবিতাৰ সমল বিচাৰিছিল মনৰ জগতত। বঙ্কিম ওলাই গৈছিল সমাজখনলৈ। মানুহৰ সমাজৰ হেজাৰ যুগৰ অবিচাৰৰ উত্তৰ সি বিচাৰিছিল। সি লিপ্ত হ'বলৈ। এবাৰ গৰমৰ বন্ধত সি নোহোৱা হৈছিল। পিছত নিজৰাই জানিব পাৰিছিল, কয়লাখনিত এমাহ শ্ৰমিক হিচাপে কাম কৰি আহিলগৈ। অৱস্থা নাই। কিন্তু মনত বৰ আনন্দ।

কলেজ শেষ কৰি যাবৰ সময়ত তাৰ দুটা জৰুৰী কাম আছিল। ৰঘুৰ পৰা পাব লগা পঁচিশ টকা আদায় কৰা আৰু সীতাৰামক পঁচিশ টকা দিয়া। দুয়োটা ৰিক্সা চালক। ৰঘুৰ বেমাৰত সীতাৰামৰ পৰা ধাৰ কৰি বঙ্কিমে ঔষধ আনি দিছিলি। চাৰিআলিৰ ভাৰা ঘৰৰ ওঠৰটা ৰিক্সা চালকৰ সি আছিল বঙ্কিম ভাই।

এনে ধৰণৰ এশ-এটা সৰু সৰু কথাই নিজৰাৰ বিচিত্ৰ স্মৃতিৰ বঙ্কিম। তাত কোনো গতানুগতিক প্ৰেম-কাহিনীৰ কোমল কথাবোৰ নাই। কিন্তু তাৰ মাজতেই বঙ্কিমে নিজৰাক পূৰ্ণ কৰি তুলিব পাৰিছিল। হয়তো নিজৰায়ো বঙ্কিমক।

শেষ পৰীক্ষাৰ ফলাফলৰ আগতে এদিন দুয়ো চাৰৰ ওচৰলৈ গৈছিল। সেৱা কৰিছিল। চাৰে আকস্মিকভাৱে সিহঁতক কৈছিল—মোৰ এটা কথা মনত ৰাখিবা। সকলো কামৰ উপযুক্ত সময় থাকে। ভাল কামেই হওক বা বেয়া কামেই। তোমালোকে আগলৈ কি কৰাগৈ নেজানো। খাবলৈ হ'লেও কিবা কৰিব লাগিব। সেই কাৰণে, এতিয়াই বিয়াৰ কথা নেভাবিবা।

উপায় যে নাই চাৰ।

কেনৈ ?

ৰব দেউতাৰ আদেশ। হয় বক্তিমক এৰ, নহয় ৰজিয়াত ভৰি নিদিবি।

তোমাৰ বক্তিম ?

মা ধৰাই থৈছে চাৰ।

কেনৈ ?

জাত নিমিলে, চাৰ।

চোৱা, এইবোৰত মই কি কম আৰু। তথাপি পাৰিলে থৰথৰ নকৰিবা।

নিজৰাই চাৰক জনোৱা নাই সেই কেইটা মাহ সিহঁতে কি নৰক যন্ত্ৰণা ভুগিছিল। ক'ত আছিল। কি কৰিছিল। ঘৰত সিহঁতৰ ঠাই হোৱা নাছিল। সীতাৰাম বৰুৱাইতে এটা ব্যৱস্থা কৰি দিছিল। সিহঁতে বিয়া পাতিছিল।

অতি কষ্টেৰে দুসাজ খাইছিল।

আৰু দুয়োটাই সসন্মানে বি-এ পাছ কৰিছিল। এইবোৰ নাটকৰ দৰে লগা কথা। কিন্তু জীৱন কেতিয়াবা নাটকতকৈয়ো বেছি। সাহিত্যৰ বাস্তৱতকৈ জীৱনৰ বাস্তৱ অধিক ৰূঢ়। বক্তিমে শেষত এখন বাতৰি কাকতৰ এটা সৰু কামত সোমাইছিল। দুয়ো গৈ চাৰৰ দুৱাৰত টুকুৰিয়াইছিলগৈ।

বক্তিমে কৈছিল—চাৰ, নিজৰাক থলো। মই যিমান পাৰো সোনকালেই লৈ যামহি।

নিজৰাৰ আজিও মনত আছে। চাৰ সিদিনা থৰ হৈ বৈছিল। কিন্তু সেইয়া বাঘ-মোৰে ধৰা নিথৰতা নাছিল। আছিল হিমালয়ৰ স্থিৰতা। নিজৰাই জানে চাৰ কিমান অসুবিধাৰ সমুখ হ'ব লগা হৈছিল। মুছলমান মানুহ। বিভিন্ন প্ৰশ্নৰ উত্তৰ দিব লগা হৈছিল। নিজৰাৰ খোৱা-বোৱাৰ পৰা সাজ-পাৰলৈ ভালেমান খৰচ-ভগন কৰিব লগা হৈছিল। ঘৰটো সৰু। বাইদেৱে তাইক নিজৰ লগত শুৱাইছিল। চাৰে সৰু ছোৱালী দুজনী লৈ আগকালে শুইছিলগৈ। মানুহ নাম দি পিছত নিজৰাই এটা কবিতা লিখিছিল। কবিতাটো সম্পৰ্কত চাৰৰ মন্তব্য বৰ কঢ়া। মানৱতা প্ৰকাশ পালে মানুহক দেৱতা বোলাটো শুদ্ধ কথা নহয়।' মানুহ দেৱতাতকৈ ওপৰত। ধাৰণা স্পষ্ট হ'ব লাগে।

চাৰে নিজৰাক তিনি মাহৰ এটা লীভভেকেন্সীত সুমুৱাইয়ো দিছিল। কিন্তু দেৰ মাহমানৰ মূৰত বক্তিম আহি তাইক লৈ গৈছিল। এবছৰ মানলৈ সুখ নহ'লেও নিজৰাইতৰ জীৱনলৈ শান্তি আহিছিল। কিন্তু সহজ শান্তিত আশ্বস্ত হোৱাৰ মানসিকতা বক্তিমৰ নাই। চাৰিও ফালৰ মানুহক লৈয়ে তাৰ চিন্তা, নিজক লৈ নহয়।

অতি সোনকালেই সি কাগজ কৰ্মীৰ ন্যায্য দাবীৰ আন্দোলনত জড়িত হৈছিল আৰু

অস্থায়ী চাকৰিটো হেৰুৱাইছিল। নিজৰাই অৱশ্যে ইতিমধ্যে জৰুৰী অৱস্থাত ঘৰ চলাব পৰা ব্যৱস্থা কৰি পেলাইছিল। চোকা ছোৱালী। টিউছন কৰি হেজাৰ-বাৰশ উপাৰ্জন কৰা বৰ টান নাছিল।

বঙ্কিমক নিজৰাই কেতিয়াও কোনো পৰামৰ্শ দিয়া নাছিল। তাক লক্ষ্য কৰি থকাটোৱেই এটা আনন্দ। তাই জানিছিল সি বিশেষ কিবা এটা কৰিব খোজে। কিন্তু কেনেকৈ কি কৰিব উৱাদিহ পোৱা নাই। বঙ্কিম সুবিধা পালেই সৰ্বহাৰাৰ মাজলৈ ওলাই গৈছিল। বঞ্চিত লাঞ্ছিতক লৈ চিন্তা কৰিছে। সংগঠনৰ চেষ্টা কৰিছে। আকৌ দিনৰ পিছত দিন ঘৰতে সোমাই বহি আছে। তাই একো সুসুধিছিল। এদিন সি নিজেই কৈছিল।

হাৰি যাবৰ মোৰ মন নাই। কিন্তু হাৰ মানিব লাগিব যেন লাগিছে।

কিয়।

দুটা কাৰণ। মানুহৰ বাবে কাম কৰাক এইখন দেশত ৰাজনীতিৰ সমাৰ্থক বুলি গণ্য কৰা হয়। তোমাৰ দল নেথাকিলে তোমাৰ কথা কোনেও নুশুনে। মই প্ৰকৃতলিপি ভাল নেপাওঁ। নিজে লিখিব খোজো। দ্বিতীয়তে সংসাৰ চলাৰ কথা।

সংসাৰ চলাৰ কথা তুমি নেভাবিবা।

নাই। আমাৰ দায়িত্ব সমান।

বঙ্কিমেও নিজৰাক একো সুসুধিছিল। দুয়ো যি কোনো কাম কৰি উঠিহে কৈছিল। পৰামৰ্শ নিবিচৰা নহয়। কিন্তু সেয়া প্ৰয়োজনৰ ওপৰত নিৰ্ভৰ কৰিছিল। আৰু সেইখিনিতেই ভুল হৈছিল। কৰ্তৃত্ব-বিস্তাৰ আৰু বুজাবুজি একে কথা নহয়।

নিজৰাই তলকিবই নোৱাৰিলে। এনে এটা কাৰণত সংঘাত হ'ল যিটো সংঘাতৰ কাৰণ হ'ব পাৰে বুলি তাই ভবা নাছিল। অপ্ৰত্যাশিতভাৱে নিজৰা অন্তঃসত্বা হ'ল। বঙ্কিমেও, তায়ো, এতিয়াই সন্তান কামনা কৰা নাছিল। সিহঁত এতিয়াও এটা নতুন মানুহ পৃথিবীলৈ আনিব পৰাকৈ সাজু হোৱা নাই। এটা সন্তান মানে এজন অতিৰিক্ত মুখ নহয়, এটা পৰম দায়িত্ব। সংসাৰক তুমি যদি এজন উপযুক্ত মানুহ দিব নোৱাৰা, নিদিবা। অনুপযুক্ত মানুহেৰে পৃথিৱীৰ বোজা অন্ততঃ শিক্ষিত মানুহ হৈ তুমি নবঢ়াবা।

নিজৰাই নিৰ্ভুলভাৱে বুজিছিল, মাতৃ হোৱাৰ অধিকাৰ তাই তেতিয়াও আহৰণ কৰা নাই। অকণো দ্বিধা নকৰাকৈ আবেগক প্ৰশ্ৰয় নিদিয়াকৈ তাই গৰ্ভপাত কৰাই পেলাইছিল।

বঙ্কিম নাছিল বান-পীড়িতৰ মাজত আছিলগৈ। আহি গোটেই কথাবোৰ শুনি সম্পূৰ্ণ এটা দিন মনে মনে বহি কটাই দিছিল।

তুমি ভ্ৰূণ হত্যা কৰিছা। তোমাৰ লগত থকা মোৰ আৰু সম্ভৱ নহয়। মই যাওঁ। তুমি নিজৰ ব্যৱস্থা কৰিবা।

সি ওলাই গৈছিল।

নিজৰাই মতা নাছিল। তাই জানে মাতি লাভ নাই। তাই জানে তৰ্ক কৰা হ'লে তাই জিকিলেহেঁতেন। বক্তিমৰ ভ্ৰূণ হত্যাৰ ধাৰণা শুদ্ধ নহয়। কিন্তু তাই আচৰিত হৈছিল। তাই ভাহগোৱা বক্তিমৰ এইটো দিশ তাই দেখোন দেখাই নাছিল। যুক্তি সৰ্বস্ব এটা মানুহ ইমান আবেগিকো হ'ব পাৰেনে? তাৰ অৱচেতনত অন্য কিবা আছে।

তেতিয়া আচলতে তাই বুজা নাছিল। এতিয়া বুজিছে। বক্তিমে সিদিনা ইচ্ছা কৰি মিছা কথা কৈছিল। সি তাৰ সম্পৰ্কত এটা ভুল ধাৰণা দি নিজৰাক মুক্ত কৰি দিব খুজিছিল। সামাজিক বা সাংসাৰিক কোনো দিশত খোপনি লব নোৱৰা এটা মানুহৰ প্ৰেম-বিবাহ এইবোৰ বিলাস নে বাতুলতা। নিজৰাৰ চাৰলৈ মনত পৰি যায়। কিমান ভৱিষ্যৎ দৃষ্টি আছিল চাৰৰ।

তাই চাৰলৈ এখন চিঠি লিখিছিল। তেতিয়া তাই এখন খৃষ্টিয়ান মিছনেৰী স্কুলত কাম কৰিছে। খুব পঢ়িছে, খুব লিখিছে। আৰু মিছনেৰী সেৱাৰ মন্ত্ৰ শিকিবলৈ যত্ন কৰিছে। চাৰলৈ নিজৰাই সকলো কথা লিখিছিল। নিজৰ আৰু বক্তিমৰ ফালৰ পৰা কথাবোৰ বিশ্লেষণ কৰি তাই লিখিছিল—কাৰো একো দোষ নাই। বক্তিমক ভাল পোৱা বাবেই তাই আঁতৰি থকা উচিত বুলি ভাবে। তাইৰ বিশ্বাস পথৰ সন্ধানত বিমোৰ বক্তিমে এদিন পথ বিচাৰি পাবই। হয়তো সিইঁত আকৌ লগ হব পূৰ্বৰ দৰেই। চাৰলৈ তাইৰ এটাই প্ৰাৰ্থনা, যদি কেতিয়াবা কোৱাৰ সুযোগ আহে চাৰে যেন বক্তিমক এবাৰ কথা কয়। সি এটা ভুল কৰিছে। মদ খোৱা হৈছে। কিয় খায় নিজৰাই নেজানে। কিন্তু ভুল যে কৰিছে সেয়া তাই জানে। চাৰে ক'লে বক্তিমে মদ এৰিব। নেৰি থাকিব নোৱাৰে।

নিজৰাই নিজে নিজেই হাঁহিলে। কি যে জীৱন। কি যে মানুহৰ মন। কত দিন হ'ল, নিজৰাই মনৰ কথা জীৱনৰ কথা ভাবিবলৈ এৰি দিছে। এতিয়া তাইৰ বাবে মানুহৰ জীৱন মানুহৰ মন মথোন এটা দৃশ্য। স্পেক্‌টেকল্। বাহিৰৰ পৰা চাই থাকিবলৈ ভাল। ভিতৰলৈ সোমাই, এটা অংশ হৈ, পাৰ পাব নোৱাৰি।

কিমান বছৰ পাৰ হৈ গৈছিল নিজৰাৰ মনত নাই। এদিন হঠাৎ এখন সৰু চিঠি পালে। বক্তিমে লিখিছে। বেমাৰ। ভাল নোহোৱা বেমাৰ। কিমান দিন থাকে ঠিক নাই। বেছি দিন থাকিবৰো মন নাই। তথাপি ক'ব খুজিছে, শেষৰ দিন কেইটা নিজৰাক ওচৰত পাবৰ মন গৈছে। একো দাবী নাই। মেডিকেলত পৰি আছে। এটা মন।

নিজৰা আহিছিল।

কি যে এক অভিজ্ঞতা।

বঙ্কিম শেষ হৈ আহিছে। ডাক্তৰে কৈছিল—আপুনি ঘৰলৈ লৈ যাব পাৰে। কোনেও একো কৰিব নোৱাৰে। নিজৰাই বঙ্কিমক বঙ্কিমৰ ঘৰলৈ লৈ আহিছিল।

সৰু ধুনীয়া ঘৰ। এটা বৃদ্ধ লগুৱা। হৰেণ কাই।

নিজৰাই বঙ্কিমৰ ডায়েৰিখন পঢ়িছিল। ক'ৰবাত ক'ৰবাত এটা দুটা কথা লিখা আছে। বৰ পুৰণি। নতুন ডায়েৰি নাই। নিজৰাই যত্ন কৰিও কথাবোৰ জুকিয়াব পৰা নাছিল। কিছুমান হিচাপ আছিল। বহুত টকাৰ হিচাপ।

হৰেণ কাইৰ পৰাই তাই সকলো বুজিছিল। নিজৰা যোৱাৰ পৰাই সি বঙ্কিমৰ লগত আছে। বঙ্কিম সেইবাৰ এখনি পমুৱা মানুহৰ গাঁৱৰ মাজত আছিলগৈ। সিঁহতৰ প্ৰতিষ্ঠানৰ বাবে কাম কৰিছিল। তাৰ কাৰ্যই এচাম মানুহৰ ৰাজনৈতিক স্বাৰ্থত আঘাত কৰাত তাক শাৰীৰিকভাৱে আক্ৰমণ কৰা হৈছিল। হৰেণ কায়ে বঙ্কিমক ঘৰত ৰাখি পৰিচৰ্যা কৰিছিল। তাৰ পিছত বঙ্কিম গুচি আহিছিল। কেও নোহোৱা হৰেণ কাইক লগত লৈ আহিছিল।

এইবাৰ বঙ্কিম ডাঙৰ চাকৰিয়াল হ'ল। হৰেণ কায়ে কৈছিল বঙ্কিমে হাজাৰ হাজাৰ টকা ক'ৰ পৰা সদায় আনিছিল সি নেজানে। কিন্তু দেখিছিল সেই টকা কাৰোবাক কাৰোবাক দি দিছিল। দুখীয়া মানুহ, জনকল্যাণৰ অনুষ্ঠান, গাঁৱৰ পুথি ভঁড়াল। দুৰ দুৰৰ। নিজলৈ একো নেৰাখিছিল। কিছুদিন মদ খাইছিল। কিন্তু এদিন হঠাৎ এৰি পেলাইছিল। কিয় এৰিলে সি ক'ব নোৱাৰে। বঙ্কিমক কেতিয়াও হৰেণ কায়ে একো লিখা-পঢ়া কৰা দেখা নাই।

নিজৰাই সকলো বুজিছিল।

বঙ্কিমে এক বিশেষ ধৰণে এক বিশেষ প্ৰতিবাদ সাব্যস্ত কৰিব খুজিছিল। সি ধৰিব পৰা নাছিল যে তাৰ মানসিকতাত এক ক্ৰটি ঘটিছে। নিজৰাই বঙ্কিমক পাৰ্যমানে পৰিচৰ্যা কৰিছিল। ম্লান হাঁহিৰে এদিন বঙ্কিমে তাইক কৈছিল—মই কেতিয়াও কাকো ক্ষমা খোজা নাই। কিন্তু তোমাক……

নিজৰাই তাৰ মুখতে ধৰিছিল।

নুখুজিবা। ক্ষমাৰ প্ৰশ্ন নাই। যি হৈছে তাতকৈ বেলেগ একো হ'ব নোৱাৰে। নহ'লেহেঁতেন। মানুহ স্বতন্ত্ৰ এটা সীমালৈহে বোধহয় হ'ব লাগে। পূৰ্ণ স্বতন্ত্ৰ নহয়।

কিয় ?

তুমি বঙ্কিম। মই নিজৰা। সেই কাৰণেই আমি ভাল পাইছিলো। ভাল পাওঁ। ভাল পোৱা এটা দুখেইতো।

বক্তিমৰ ম্লান হাঁহিটো কিঞ্চিত বক্তিম হৈছিল।

নিজবাই কবিতাৰ বহিখন চালে। সৰু ৩″×৫″ বহীত কবিতা লিখা তাইৰ হেঁপাহ। নাই, ইয়াৰ এটা কবিতাও তাই চাবক দিব নোৱাৰে। কিন্তু ফালি পেলোৱাৰো একো মানে নহয়। কোনোবাই পঢ়িলে পঢ়ক। অৰ্থ বিচাৰিলে বিচাৰক। বক্তিমে ?াৰ কাম এক ধৰণে কৰি গ'ল। এই কবিতাবোৰ আৰু ৰহস্যময়ভাৱে নোহোৱা হৈ যোৱা নিজবাৰ কথা একেলগে বিচাৰ কৰিলে কোনোবাই হয়তো বুজিব কি তাই বিচাৰিছিল। কি ক'ব খুজিছিল। এনেকৈ নক'লে অন্য ধৰণে তাই ক'ব নোৱাৰে। সেয়ে হ'ব তাই লিখিব নোৱৰা কবিতটো।

ৰাতি হৈছিল। ক'ৰবাৰ পৰা অহা এজাক বতাহে মেল খাই থকা থিৰিকিখন জপাই দিছিল।

—•—

# আপোন সুদূৰ

কথাৰাৰ মোক মিলিকে কৈছিল। মিলিক মোৰ সম্বন্ধীয় ভাই। ভায়ো, বন্ধুও। মোতকৈ সৰু। হ'লেও একেলগে ডাঙৰ হৈছিলো। ক্লাচ এইট নাইন মানত পঢ়ি থাকোতেই হ'বলা। তেওঁ এখন এধানমান কবিতাৰ পুথি লিখি পেলাইছিল। পেহাদেউৰেক আছিল এগৰাকী শিক্ষক মানুহ। পঢ়া-শুনা সাহিত্য এইবোৰৰ প্ৰতি আগ্ৰহ থকা মানুহ। কিতাপখন ছপাই উলিয়াই দিলে। অকণি আৰু অসমী।

সেই মিলিক পিছলৈ গৈ বৰ ভাল কবি হ'লগৈ। চৈতুদ্দিন: ফুলকলিৰ কবি। এতিয়া লিখা নাই। কিন্তু বৰ ভাল কবি তেওঁ। কবি হোৱা আৰু কবিতা লিখি থকা একে কথা নহ'বওতো পাৰে।

তেৱেঁই এদিন কথাই কথাই মোক কৈছিল: গঁতা এটা লাগে বুজিছা এই গঁতাটো নোপোৱাৰ বাবেই বহুত কলিতে মৰহি যায়।

বুজাই কোৱা। গঁতাততো মানুহৰ নাক দাঁত ভগাৰ সম্ভাৱনা বেছি।—গহীনাই সুধিছিলো।

কৈছিল।

—ৰ'ব নোৱৰাৰ নাক দাঁত যাব পাৰে। পাৰিলে গঁতাতে বঁটা। চোৱা। এই যে থিয়েটাৰবোৰ হয়। মানে,—এই যে নতুন থিয়েটাৰবোৰ। এমেচাৰ। ধৰা, ল'ৰা কেইটামান গোট খালে। মগজত কুট্‌কুটনি থকা ল'ৰা। হাতত সময় আছে, কাম নাই।

—এইচ-এচ-এল-চি, এইচ-এচ-এচ-এল-চি দি উঠা।

—ঠিক। মগজত পিৰপিৰণি। গোষ্ঠী এটা বনাবলৈ কেইমিনিট। ধৰা বনালো ধৰা কুইজ পাতিব মুখুজি নাটক এখন কৰিবলৈ ঠিক কৰিলে। থিয়েটাৰ, নাটক বিচাৰি নাহেনে তোমাৰ গুৰিলৈ?

—বচৰি। লিখি দিবলৈও ধ'ৰহি।

—ধৰা, কোনোবাই, তুমিয়েই বাচি দিলা শকুনি থকা এখন নাটক। নাটকখনৰ এটা চিনত শকুনিৰ এটা স্পিচ্ আধা হওঁতেই গান্ধাৰীৰ প্ৰৱেশ। কেট্‌চিং। অভিজ্ঞ পৰিচালক এজনৰ আমাৰ ল'ৰাইতেতো ব্যৱস্থা কৰিবই। ল'ৰাইতক শিকাই-বুজাই তেওঁ ৰিহাৰ্চল কৰাইছে। ওৱান, টু, থি্...—তিনিখোজৰ বেছি নেযাবা...না-না নো বেক খ্ৰিং...এইবোৰ।

—বেচেৰী গান্ধাৰী। তেনেই সৰু ছোৱালী। তাতে এই প্ৰথম গ্ৰীণ ৰুম। প্ৰথম ষ্টেজ। অভিনয়ত কিবা সুবিধা হয়নে নহয় নেজানো, কিন্তু চকু দুটা বান্ধি দিলেই বয়স বাঢ়ি যে নেযায় ঠিক। অভিনয়ৰ দুদিন আগৰ পৰাই বুকু ধপ-ধপ…প্ৰৱেশ মুহূৰ্তত ভলুৱাৰ পৰা তালুলৈ কাঠ। অভিজ্ঞ পৰিচালকৰ এইবোৰ জনা আছে। আৰু এক গঁতা—উইংচৰ ফাকেদি। বচ্। তাৰ পিছত চলি যায়। নাটক শেষ হওঁতে হওঁতে গান্ধাৰীৰ নামত মেডেল ঘোষণাও হৈ যাব পাৰে। এই গঁতাটোৰ কথাই কৈছোহে। মোক পেহাই দিছিল। তোমাক লাটুৱে।

লাটু। লিয়াকট।

লিয়াকট হুছেইন।

অতি বেছি পঁচিশ বছৰ বয়সত লাটুটো মৰি থাকিল। কিন্তু, সঁচাই,—মোক সি বৰ ভাওৰ গঁতাটো মাৰি গ'ল। বৰ ভাওৰ। একেবাৰে মুখ থেকেচা খাই পৰি যাব লগা কাৰবাৰ।

সকলোৱে কিজানি তেনেকৈয়ে ভাবে। ময়ো ভাবো। দোষৰ একো নাই। কিন্তু বেচ ভাল লাগে।

আমাৰ বেচ্চ্‌টো এটা তামাম বেচ্চ্‌ আছিল। মনত পেলাই শেষেই কৰিব নোৱাৰো। প্ৰত্যেকেই জীৱনত কিবা-কিবি হৈছে। বাতৰি কাকতত নাম পাই থাকো। অল্প ধৰণেও শুনো। নিজকে কওঁ। দহকো কওঁ। আমাৰ লগৰ। আমাৰ বেচ্চ্‌ৰ।

লাটুটোৱেহে একো হ'বলৈ নেপালে। হ'ব লাগিছিল। হ'লেইহেঁতেন সি। একো নোহোৱাকৈ জীৱনলৈ জন্ম ধৰা নাছিল সি। প্ৰায় দুকুৰি বছৰ মানৰ আগত কথাই কথাই সি মোক কৈছিল —বাচ এখন ল'ব লাগে। দিচংমুখ-শিৱসাগৰ চলিব। মানুহবোৰ কাৰ-মাইণ্ডেড্‌ হৈ আহিব খুব সোনকালে।

কাৰ-মাইণ্ডেড্‌। তেতিয়া মই একো ধৰিবই পৰা নাছিলো। দুবছৰ আগতো দেখিছো বেদ-সুনন্দইঁতে কাথপাৰ পানবেচাৰ পৰা খোজ কাঢ়ি স্কুল কৰিছে। এতিয়া এই বাটত দিনটোত কমেও কুৰিখন গাড়ী চলে। এণ্টাৰপ্ৰাইজ তাৰ তেজত আছিল। ভৱিষ্যত চকুৰ আগত দেখিছিল। সি কিন্তু মৰি থাকিল।

বৰ-পুখুৰীৰ উত্তৰ চুকৰ কাঠৰ দলংখন আছিল আমাৰ সন্ধিয়াৰ আড্ডা। সূৰ্য্যাস্ত। সন্ধ্যাতৰা। নগৰৰ মাজ-মজিয়াত ইয়াটুচ সেই নাইন-এণ্ড-ফিফ্‌টি বাজহাঁহ। এই-বোৰ। আৰু আমাৰ বৰ্ত্তমানৰ ভঙা-গঢ়া। আমাৰ ভৱিষ্যতৰ অন্তহীন সপোন সজাৰ খেলা। তাতেই কথাটো ওলাইছিল। জীৱনত কোন কি হ'ব।

যোগেশৰ আন্তৰ্জাতিক বেফাৰী হ'বৰ মন। এতিয়াই হাতত ভাঙৰ টেবুল ঘড়ী আৰু চাবি পইছাৰ হুইচেল লৈ যদু-ফিল্ডত সি আমাৰ খেলাৰ বেফাৰী হয়। বলটোলৈ ভয় কৰে। ইঞ্জিনিয়াৰ হ'ব খোজা সূৰ্যা ৰাজনীতিত নামিল। যোগেশ গ'ল পৰি-সংখ্যালৈ। গায়ক হ'ব খোজা ৰহিমত ঠিকাদাৰ হ'লগৈ। ক'ত কি। তাতেই ঘটনাটো।

বোধকৰো সূৰ্য্যৰ মুৰতে খেলাইছিল। তাৰ চকুৰ পত্তাতে 'ভিক্তন'ৰ ভিৰ বেছি আছিল।

—এটা অন্ততঃ সাহিত্যিক হ। কবি বা কিবা। লাগে বুইছ। বহুত কাৰণত লাগে।

আৰু মুখলৈ চোৱা-চুই। আমাৰ কাৰো ঘৰত কেতিয়াও কাকো কোনেও সাহিত্যিক হোৱাৰ কথা কাণত পেলোৱা নাই। আমাৰ সাহিত্যৰ চাবসকললৈ মনত পৰে। কাশীনাথ বৰ্মন। বিশ্বনাৰায়ণ শাস্ত্ৰী। আব্দুছ চাত্তাৰ। আৰু কত জন। কিন্তু···

—তয়ে হ। পাৰিলে তয়ে পাৰিবি।

কোনটোৱে ক'লে মনত নাই। টোৱাইছে মোলৈ। মই পঢ়াত ভালেই। গোটেই জাকে হয়ভৰ দিলে। কিবাকিবি মই নিলিখা নহয়। স্কুলৰ আলোচনীত মোৰ প্ৰথম লেখা ছপা হৈছে—এখন ইংৰাজী ৰচনা। কিন্তু মই লক্ষ্য হিচাপে লোৱা নাই। পঢ়ো হওঁতে। কিন্তু ফুটবলত মন বেছি। ক্ৰিকেট খেলো। কেৰমো নেৰো। বেড্‌মিণ্টন···এতিয়াও খেলো। টেবুল-টেনিছ কলেজতহে শিকিছো।

হঠাৎ কৈ পেলালো।—লিখিবতো পাৰো। পিছে ছপাব কোনে?

বুমেৰাং। সিহঁত জব্দ নহ'ল। মোৰ অস্ত্ৰ মোলৈকে ঘূৰি আহিল।

—মই ছপাম।

দুটা নিৰীহ শব্দ। কিন্তু কি তাৰ জোৰ। উকৰাই দিব নোৱাৰি। কাৰণ শব্দ দুটা লাটুৰ মুখৰ পৰা ওলাইছে।

লচমনৰ হোটেলত আমাৰ গোটেই দলটোক সি অকলে চাহ খুৱায়। কোনোবা প্ৰতিযোগিতাত যোগ দিব লাগে—খা-খৰচৰ দিশটো লাটুৰ। দলৰ ফিল্ডত খেলিবলৈ গেমচাৰক কুটুৰি-কুটুৰি নহ'লগৈ। অগত্যা সিয়ে বল এটাকে কিনি পেলালে। এতিয়া অকণমান আচৰিত লাগে। তেতিয়া কিন্তু ভবাই নাছিলো। লাটু আছে। হৈ যাব। সিমানেই। কেতিয়াও ভবা নাছিলো সেইঘৰ মানুহ কিমান 'দৰাজ-দিল' যি লাটুক তাৰ বন্ধু-বান্ধৱৰ বাবে খৰচ কৰিবলৈ লাগ বুলিলেই পইছা দিব পাৰে। পইছা তেওঁলোকৰ আছিল। কিন্তু পইছা থকা আৰু খৰচ কৰা একে কথা নহয়। লাটু আছিল সেই সময়ৰ দিচাংমুখৰ বিখ্যাত 'চূণৰ-ভাটা'ৰ মালিক, বিখ্যাত নাও-ব্যৱসায়ী, তেতিয়াই অষ্টিন-কাৰ চলোৱা বিখ্যাত নুৰবাবুৰ নাতি।

লাগিলেতো নেৰে। বাঘে ধৰাদি ধৰে। লেখ, লেখ, আৰু লেখ। হ'লনে ৰঞ্জন প্রেছৰ দদাইদেউঁহঁত গোপীৰঞ্জন বৰুৱা মনোৰঞ্জন বৰুৱাৰ লগত কথাপাতি পকা। লগত লৈ গৈছে তেখেতসকলৰে পো-ভতিজা আমাৰ লগৰ কামিনী-ৰমণী-নলিনী-দেৱহঁতক।

লিখাৰ অভ্যাস মোৰ নথকা নহয়। কিন্তু এইবাৰ কথা বেলেগ। লিখিম বুলি লিখা। লিখি পেলালো। সৰু এখন কবিতাৰ পুথি। নাম "বনবাসী"। লগে লগে ছপা হৈ গ'ল। লাটুৱে কিমান খৰচ কৰিলে। বেচি কি পালে। ক'ব নোৱাৰো। কিন্তু নতুন-অসমীয়াত সমালোচনা ওলাল। সাংঘাতিক কথা। 'বনবাসী'ৰ অংশ-বিশেষত হেনো 'আণ্ডাৰ দি গ্রীণ উড ট্রি'ৰ সুৰ শুনা গ'ল।

আৰু কোনে পায়। বিৰাট তাগিদা। এইবাৰ লিখি পেলালো একেবাৰে এখন উপন্যাস—"সংগীতৰ সিপাৰে।" ছপালে লাটুৱেই।

সেইয়া এক বেলেগ কাহিনী।

মই কটনলৈ গ'লো।

লাটুৱে আৰু নপঢ়ি ব্যৱসায়ত নামি পৰিল।

সেই গঁতাটো খায়েই চকু মুদি মঞ্চত নামি পৰিলো। অভিনয় চলি আছে। শেষ হোৱা নাই। নায়ক হ'ব হয়তো মই পৰা নাই। একো তুখ নাই। অকল নায়কেৰেতো নাটক নহয়। "তবু উড়েছিনু, সেই মোৰ উল্লাস।"

কিন্তু এইবোৰ কথা আচলতে মই ক'ব খোজা নাই। মই ক'ব খুজিছো বেলেগ এটা কথা। মোৰ জীৱনত লাটু এনে এটা ল'ৰা—যাক পাহৰা মানে মোক নিজকে পাহৰা। সেই কাৰণেও হ'ব পাৰে। অথবা মোৰ নিজৰ এটা ব্যাখ্যা কৰিবলৈ টান। মনস্তত্ত্বও হ'ব পাৰে। অথবা আন কিবাও হ'ব পাৰে। মনৰ খবৰ পাবলৈ টান। নিজৰ মনৰ খবৰ পোৱা আৰু টান। জানোৱেই বুলি ধৰি লোৱা কাৰণে নজনাই বেছি থাকি যায়।

লাটুৰ কথা মনত পৰিলেই মোৰ মনলৈ যিবোৰ কথা আহে তাৰ লগত মোৰ এই লেখা মেলা জীৱনটোৰ সম্বন্ধ নাই।

লাটু পঢ়া-শুনাত মজলীয়া আছিল। কিন্তু বন্ধু মহলত আছিল মধ্যমণি। বৰ কথা ক'ব পাৰিছিল বা কথাই কথাই হঁহুৱাব পাৰিছিল তেনে নহয়। বস জ্ঞান অৱশ্যে পুৰাই আছিল। কথাৰে হঁহুওৱা ল'ৰা আমাৰ লগত বহুত আছিল। কিন্তু লাটুৰ কথা-কাণ্ড বেলেগ। কোনও ভাবিবও নোৱাৰাকৈ হঠাৎ সি এনে একোটা কাম কৰি পেলায় যে আমি পোনে পোনে বেছ অসুবিধাত পৰি যাওঁ। তাৰ পিছত হাঁহিৰ জোৱাৰ আহি থাকে। বহুত দিনলৈ। মোৰতো আজিও হাঁহি উঠে—চাৰি দশকৰ পিছতো। উভতি

যাওঁ সেই সুদূৰলৈ। অকণমান সময়ৰ বাবে 'এন্তিয়া'ৰ পৰা অব্যাহতি পোৱাৰ দাম সকলোৱে হয়তো বুজিব। কিন্তু সকলোকে বুজাবও নেলাগে।

লাটুলৈ মনত পৰিলেই তেনেকুৱা অনেক কথা মনলৈ আহে। আজি আহিছে। আজি লাটু শুচি যোৱাৰ দিন। পঁচিশ বছৰীয়া এটা উচ্ছল যৌবন স্তব্ধ হৈ যোৱাৰ দিন।

"...The man that with me trod
This planet was a noble type
Appearing ere the times were ripe
The friend of mine who lives in
God."

নাই। কোনো বৌদ্ধিক মূল্য থকা স্মৃতি নহয়। সাধাৰণ। বৰ সাধাৰণ। সাধাৰণবোৰেই ভাল লগা। অসাধাৰণে আমনি দিয়ে। স্বাস্থ্যবান শিশুৰ হাঁহিটোতকৈ সাধাৰণ কি আছে। দামী কি আছে। নিধকটো ক'ৰবাৰ বুলি আইতাই মৰা চকাটোতকৈ সাধাৰণ কি আছে। দামী কি আছে।

আমি ওচৰা-উচৰি ঘৰৰ পাঁচ-ছটা মানৰ এটা চেঙেলীয়া দলে নিতৌ ফুৰাৰ অভ্যাস আছিল। তেতিয়াৰ দিনত ফেন-তেন নাই। তিনি-আলিত মিউনিচিপালিটিৰ কেৰাচিনৰ লেম্প জলে। গৰমৰ দিনত বাতিৰ সাজ খাই উঠি দেখোঁৰ পাৰে পাৰে মধ্যউৰিত টহলো। আজিকালি নচলে। আমি কিন্তু শিকিছিলো—আফতাৰ চাপাৰ বুক্ এ মাইল। তেতিয়া বাতি ন-বজা মানে বহুত বজা। বাটত পকৰা এটাও নেথাকে। সৰহভাগেই খাই বৈ শোৱেই। টোপনিও যায়। হাতত খৰা-বিচনী এডোখৰ থাকিলেই হ'ল।

টহলি টহলি আমি অকণমান উজাই দিখোঁৰ কেঁকুৰি এটা পাইছো। সেইখিনিৰ পৰাই আমি সাধাৰণতে ঘূৰো। সেইখিনিতে হেনো তাহানি 'অৰুণোদয় প্ৰেছ'টো আছিল। তাৰ অকণমান এইফালে এটা দুচলীয়া খেৰ-বাঁহৰ সৰু ঘৰ আছিল। তাতে ল'ৰা-লুৰি লৈ মানুহ এহাল থাকে। দিনত মতা-মাইকী হালেই হাজিৰা কাম কৰে। আমাৰ লগত তেনেকৈ চিনাকি নাই। এনেই জানো আৰু।

পদূলি পাইছোগৈ। কিবা এটা কথা লৈ মানুহ হালৰ মাজত উথনা-উথনি চলিছে। দুয়োৰে মাত ডাঙৰ ডাঙৰ; বাটলৈকে স্পষ্ট শুনা গৈছে।

আচৰিত হ'ব লগা একো নাই। আৰ্জনৰ এটা স্তৰৰ মানুহৰ ঘৰত এনেকৈ তৰ্কাতৰ্কি কাজিয়া-পেচাল দৈনিক ৰুটিনৰ ভিতৰুৱা হৈ পৰে। অভ্যাস হয়। ৰ'দে-পোৰা ছাল ক'লীয়া হয়। দুখে-পোৰা মন খিংখিঙিয়া হয়। দুয়োৰে। আচলতে গঁচা খং হুঠিবও পাৰে। এইটো এক প্ৰকাৰৰ কেম'ফোজ। খোপাৰ ওপৰতে লোৱা দু-আঙুল দীঘল ওৰণি খনৰ নিচিনা।

আমাৰ চেঙেলীয়া মন। ঔৎসুক্য হৈছে। কাণ খিয়। কথা-বতৰা বন্ধ। নেজত ৰুই লগাই ফটকাটো ফুটিবলৈ বাট চোৱা উৎকণ্ঠা।

ঘৰটোৰ কোনো জেওৰা-জপনাৰ লেঠা নাই। অৱশ্যমান চোতালখনত লহপহীয়া ঘাঁহ। এটা ঘোঁৰাই তাতে আপোনমনে ঘাঁহ খাই আছে। ঘোঁৰাই সাধাৰণতে ৰাতি চৰে নে নচৰে নেজানো। ই কিন্তু তেতিয়া চৰি আছিল।

জোনৰ পোহৰত লাটুক মথাউৰিৰ কাষত কিবা এটা খেপিওৱা দেখিলো। কি বিচাৰিছে, তাৰ মতলব কি, বুজি কিবা এষাৰ কোৱাৰ সময় নেপালোৱেই। আচলতে ভাকিবই নোৱাৰিলো। লাটুক চিকাৰ কৰা দেখিছো, বন্দুক টোৱাবলৈ নৰয়। টান বুজন কেঁচুমতা এটা তুলি লৈ মাৰি পঠিয়ালে ঘোঁৰাটোলৈ টোৱাই। কিন্তু লাটুৰ ক্ষেত্ৰত কেতিয়াও যিটো নহয়—সেইটোৱেই হ'ল। দলি ঘোঁৰাত নেলাগিল। কিন্তু ইকবাৰ বেৰত গৈ—ধপ্।

আমি থৰ লাগিলো। ভিতৰতো যুদ্ধ-বিৰতি। ধুমুহা পূৰ্বৰ নিস্তব্ধতা।

—কি অ' সেইটো ? চাচোন, কিমান বথলা এবাল। মানুহটোৰ মাত।

—ঘোঁৰা এটা চৰি থকা দেখিছিলো। মানুহজনী। আৰু লগে লগেই—অঁ, সেইটো ঘোঁৰা। লাটুৰ একেবাৰে অদৰ্কাৰী সমৰ্থন। খুজি খোৱা কিল।

কোনে পায়। গাজনি। বজ্ৰপাত।

—কোন সেইকেটা চুৱৰৰ বাচ্চা।

—দৌৰ।

লাটুৱে যেতিয়া দৌৰে আমাতকৈ দহখোজ আগত যায়।

দুৱাৰ খুলি ওলায় মানে আমি ঘৰে ঘৰে। পিছদিনা তাক বাঘে ধৰাদি ধৰা হৈছিল। সেইটো ঘোঁৰা ক'বলৈ তাক কি উকহে খাইছিল। সি মাত্ৰ সেমেনা-সেমেনকৈ হাঁহিছিল।

লাটুৰ সেই হাঁহিটো পাহৰিব নোৱাৰি। বৰ সৰল-বৰ নিষ্পাপ সেই হাঁহি।

—০—

# আগ্ৰহ

মোৰতো ধাৰণা হয় সংসাৰখনত আচলতে উচ্ছেদৰ একো সমস্যা নাই। আচল সমস্যা হ'ল সংস্থাপনক লৈ। সকলো ঠিক ঠিকমতে সুসংস্থাপিত হৈ থাকিলে বেদখল কৰিবলৈ গৈ শুচ. বুলিলেই থৰ-কাচুটি এৰিব লগা অৱস্থা হ'বলৈ দিবলৈ কাৰনো বলিয়ালি হ'ব। আৰু এটা কথা। পকুৱাৰ বেদখলনো আৰু কি এটা কথা। একে মোহাৰে হেজাৰটা মোহাৰি লাড়ু কৰিব পাৰি। পিচে সংসাৰখনত ভাঙৰ ভাঙৰ বেদখলবোৰৰ উচ্ছেদ নিচেই উলা-মূলা কথা নহয়। আৰু ডাঙৰৰ বেদখলবোৰ চকুতে নপৰে নহয়। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বেদখল কৰিছিল বুলি কোনে কেতিয়া কোৱা শুনিছে। আলেকজেণ্ডাৰ নেপোলিয়ন হ'লেতো কথাবোৰ দখল বা বিজয় আদি নামেৰেই প্ৰসিদ্ধ হৈ যায়। আজিকালিৰ আলেকজেণ্ডাৰ নেপোলিয়নহঁতৰ হাতত হওঁতে তৰোৱাল নেথাকে। টকা থাকে। দুৰ্দ্দম মেহতাও এবিধ নেপোলিয়নেই। ইহঁতেৰে সমানে সমানে যুঁজিবলৈ ইফালে গণতন্ত্ৰৰ তৰোৱালখনো কোনেও ক'তো ভালকৈ ধৰাবই পৰা নাই। অৱশ্যে চলতি অৰ্থত বেদখলৰ প্ৰশ্নটোৰ লগত দুৰ্বল চাম মানুহৰ সম্বন্ধ অলপ বেছি।

আৰু এটা কথা।

বন-বাতবোৰৰ কাণ্ডটোৱেই তেনেকুৱা।

জেঠ-আহাৰ মহীয়া নেকনেকীয়া বৰষুণৰ কাৰণে এসপ্তাহমান ফুলনিখনত সোমাব নোৱাৰিলে বাৰু কি হয়? একেবাৰে গেজেপনী। আপোনাৰ হালধীয়া গোলাপৰ নতুন পুলিটো বিচাৰি নোপোৱা হ'ব। ইন্দ্ৰ-মালতীৰ এমহীয়া পুলিটো বিচাৰি উলিয়াবলৈ অনুবীক্ষণ যন্ত্ৰৰ দৰ্কাৰ হ'ব নানা জাতৰ বনে গোটেইখন ছাটি পেলাব। বনবো যে কত জাত। আমিনো কেইবিধ বন চিনি পাওঁ। আমাৰ পাৰিপাৰ্শ্বিকতা আমাৰ কিমান অচিনাকি ভাবিলে নিজৰে আচৰিত লাগে। গাটোৰে গোটেইবোৰ অঙ্গ-প্ৰত্যঙ্গৰ নাম নেজানো। কিন্তু প্ৰতিকূল বতৰ নেওচি আপুনি যদি নিতৌ এবাৰ ফুলনিত সোমায়, দৈনিক যদি বন-বাতৰ কণ-কঠিয়া মাৰি থাকে, আপোনাৰ ফুলো ফুলিব, ফলো ফলিব। অথচ সেয়েইতো নহয় কিয়? ঘৰখনত আপোনাৰ পোৱে-পোৱালিয়ে ছুঅঁৰা মানুহ। আৰ্জেও ভাল। আৰ্জিলে হাতেৰে বন কৰা নিয়ম নহয় কাৰণে বন কৰা মানুহো পুহিছে এহাল নে দুহাল। সকলো ওলাইছে। সোমাইছে। কলেজ পঢ়া ল'ৰাই শুই উঠিয়ে ভেকুটো বজাই দিছে। কিন্তু কোনেও এবাৰ কেৰাহিকৈয়ো

চোৰা নাই বাৰীখনত কি কাণ্ড। এদিন যেতিয়া বেদখলকাৰীৰ টিবিলাখিলনিয়ে সীমা চেৰাই যাব, বনলতাই খিৰিকীৰে ভুমুকিয়াব, কেঞ্চাবনে টেট্ৰুত নধৰিলেও ভৰিত জপটিয়াব, তেতিয়া হুচ আহিব। আৰু আনক মাতি ভেৰকুৰি টকীয়া এহাল কামলা। দহি পেলাওক গোটেইখন। হেজাৰ সঁকিয়ালেও সিহঁতে কিন্তু গাইপতি ছুটাকৈ হ'লেও আপোনাৰ দামী হালধীয়া গোলাপ মুচান্দাৰ পুলিৰ ভিডি ছিডিবই। তেনেকৈনো কেনেকৈ হ'ব? তেনেকৈ চলিবনে? তেনেকৈয়ে পিচে চলি আছে।

আমাৰ কমন পেহীৰ কাণ্ডটো শুনিলে আপুনি অলপ কথাবোৰ বুজিব কিজানি। ময়ো এতিয়াহে অলপ অলপ বুজিছো। পুৰাকৈ কথানো কোনটো বুজিব পাৰি? কমন পেহীৰ আচল নাম কি মই নেজানো। বোধকৰো কোনেও নেজানে। এই নামটো নিশ্চয় কোনোবা নাইন-টেনত পঢ়া অন্ততঃ অলপ ভাল ল'ৰাই দিয়া। কাহানিবাই দিয়া। সকলোৰে পেহী, গতিকে কমন পেহী। অৱশ্যে এতিয়াৰ বেছি ভাগৰে তেওঁ আৰু পেহী নহ'বগৈ চাগৈ। বাঠিৰ ওপৰৰ বয়স। বেছিভাগৰে জেঠাইহে হ'ব। হ'লেও তেওঁ সকলোৰে কমন পেহী। সত্তৰ বছৰীয়াবো, সাত বছৰৰো।

কমন পেহী এটা অপূৰ্ব ঘৰত থাকে। ল'ৰাবোৰে হাৱা-মহল বুলি কয়। চাৰিফালে চাৰিটা বুটলি অনা জেওৰাৰ খুটি। এমিটাৰমান ওখ। একে গঢ়ৰ নহয়। তাৰ দৰ্জাবো নাই। ছন্দই সুন্দৰ নহয়, ছন্দহীনো প্ৰচণ্ড হ'ব পাৰে। চাৰিওফালে ফটা চাদৰ, মেখেলা, পেৰ্কিং বাকচৰ উৱলা তক্তা, গাখীৰৰ কাৰ্টনৰ ডাঠ-কাগজ, ইত্যাদিৰে মনোধৰ্মী অৰ্থত সুৰক্ষিতভাৱে বেৰ দিয়া সোমাবলৈ দৰ্জা নাই। দৰ্কাবো নাই। কাপোৰৰ চুক এটা দাঙি স্বচ্ছন্দে সোমাব পাৰি। কমন পেহীৰ এনেও কঁকালটো পৰা। আৰু অকণমান হাউলিলেই হয়। ওপৰত একো নাই। দৰ্কাবো নাই। বৰষুণৰ কাৰণেহে চাল। ৰ'দৰ কাৰণে গছৰ ছাঁ আছেই। বৰষুণ দিলে কমন পেহীৰ কাৰণে আশে-পাশে চেৰ মানুহৰ দোকানৰ বাৰাণ্ডাবোৰ আছেই। থানাৰ মেইন গেটৰ পৰা অতি বেছি পঁশিচ খোজ। সিফালে থকা মন্দিৰৰ পদূলিৰ পৰা নিচেই কমেও দহ খোজ। বাটৰ দাঁতিৰ সেইখিনিতে কমন পেহীৰ হাৱা-মহল।

ঠাইডোখৰ বেছ ভাল। এক কথাত ভোগালী। মন্দিৰটো মানে কলচী-তলচী থকা প্ৰাচীন কথা এটা নহয়। নতুন দুই-মহলীয়া এটা প্ৰকাণ্ড ঘৰ। আজিকালি এনে মন্দিৰ হৈছে। তাহানি মুক্তৰা আলীয়ে দিয়া বহুসাময়তাৰ সূত্ৰটো আজিকালি নথটা হৈছে। দিনৰ দিনটো তৰহে তৰহে মানুহৰ আহ-যাহ। সংসাৰখনত মানুহ মাত্ৰ দুবিধহে। কিবা এটা পাই যোৱা আৰু কিবা এটা নোপোৱাকৈ থকা মানুহ। দুয়োবিধ মানুহ আহে। পোৱাবোৰে কৃতজ্ঞতা জনাই আগলৈও যাতে পাই থাকে তাৰ আশাত আৰু নোপোৱাবোৰে পোৱাৰ আশাত প্ৰাৰ্থনা অভিযোগ ইত্যাদি লৈ। প্ৰাৰ্থনা বস্তুটো

ঘাইকৈ মনৰ বেদনাৰ এটা বৰ ভাল প্ৰলেপ। অৱশ্যে ই আনন্দও বঢ়ায়। মাজতে কমন পেহীৰ লাভ। এবেবাৰে ঘৰতে ঠেঙৰ ওপৰত ঠেং তুলি লাগ-বোলা গোটেই-খিনি নোখোজাকৈয়ে পাই থকা যায়। পেহীৰ এটা বিশিষ্ট ব্যক্তিত্ব আছে। চেহেৰাটো ভাল। আপোন যেন লগা। মুখত হাঁহিৰ পোহৰ এটা আছে। কথা বৰকৈ নকয়। যেতিয়া কয় বহি যোৱাকৈ কয় আৰু মানুহজনী বৰ চাফা। কাপোৰ পুৰণি বা ফটা-ছিটা বুলি কথা নাই। সদায় পৰিষ্কাৰকৈ ধোৱা কাপোৰ আটোম-টোকাৰিকৈ পিন্ধে। ওচৰতে নৈখন। চলপুৱাতে গৈ তাত গা-কাপোৰ ধোৱা নিয়ম। ৰ'দ বৰষুণ, জাৰ-জহ সদায় একে বাগী। পেহীৰ অতীত সম্পৰ্কে একো কথা জনা নেযায়। কিন্তু ব্যক্তিত্বটোৱে এটা বিশিষ্ট অতীত থকাৰ ইংগিত বহন কৰে। কথাবোৰ বৰ সংহত। কেতিয়াবা ফচ্ কৰে একোটা ভাল ইংৰাজী শব্দও কৈ দিয়ে। শুদ্ধ উচ্চাৰণেৰে শুদ্ধ ঠাইত ব্যৱহাৰ কৰা এনে শব্দ কমন পেহীৰ শুনিবলৈ পোৱাটো এটা চমৎকাৰ কথা। কিন্তু আচল চমৎকাৰটো হ'ল কমন পেহীয়ে সেইবোৰ শব্দ ভালকৈ জানে। মেলা-প্ৰপিজম্ নাই।

মই এবাৰ এটা কাম কৰিছিলো। আমাৰ জয়সাগৰ চাৰিআলিত তেতিয়া এটা চেৰাবলীয়া ডেকা ল'ৰা আছিল। বিশ-বাইশ। ফটা ক'লা এটা পেণ্ট আৰু জাৰে-জহে উৰ'লি যোৱা চুৱেটাৰ প্ৰায়ে মাটিত বাগৰি থাকে। ভৰি দুখনত জোৰ নাই। থৰক-বৰক। ধুলিয়ে-মাকতিয়ে অনবৰত গাহৰি এটাৰ দৰে হৈ থাকে। লেন্ডেৰা। গোন্ধায়। মানুহৰ পতনৰ বেদনাদায়ক নিদৰ্শন। মানুহে মন গ'লে দূৰৰ পৰা কিবা দলিয়াই দিয়ে। বুটলি খায়। মই কলেজৰ ক্লাচবোৰত ক'লো, এইবাৰ কলেজ সপ্তাহৰ সাহিত্য প্ৰতিযোগিতাত তোমালোকে এই মানুহটোক লৈ গল্প লিখিবা। নিৰ্দিষ্ট বিষয়। চাওঁ, কাৰ কিমান সৃজনী প্ৰতিভা। একত্ৰিশটা গল্প পৰিছিল। ছোৱালীৰ বেছি। আৰু কি দুৰ্দান্ত কল্পনা। কত ধৰণেৰে যে তাক হিৰো বনোৱা হ'ল। মাক-বাপেক, সমাজ, চৰকাৰ, কোনোবা ছোৱালী, কুকুৰে কাঁইট নোখোৱা কৰিবলৈ কাকো বাদ দিয়া নহ'ল। মই পিচে সন্তুষ্ট হ'ব নোৱাৰিলো। পুৰস্কাৰ আনেহে পালে। সাতে-সোতৰে, নেজানো যেতিয়া কবন পেহীৰ অতীতটো লৈ ব্যতিব্যস্ত নোহোৱাই ভাল। কিন্তু তেওঁ যোৱা কমেও পোন্ধৰ-বিশ বছৰ তাতে আছে। বঢ়িয়াকৈ। মহা আৰামত। এনেকুৱা মানুহৰ চেহেৰা-পাতিৰো পৰিবৰ্তন বৰ বেছি নহয়। কেতিয়াবা হঠাৎ গমহে পোৱা যায় মৰিল বুলি।

অ-চি লাহন একেবাৰে ভাগবত জুকলা হৈ গৈছিল। উহ! কিযে দিন গ'ল এই পাঁচ-ছটা দিন। থানালৈ আহি নিজৰ চকীত বহি লৈ ভৰি দুটা মীৰলকৈ মেলি দি বাজেনক চাহ আনিবলৈ পঠিয়াই দি চকু দুটা মুদি দিলে। ছটা দিন। অনবৰত

ব্যস্ততা। অনবৰত উদ্বিগ্নতা কেতিয়া ক'ত কি হয়। তাতে আজি-কালি ৰিহে দিন। কোনে ক'ত কেতিয়া বন্দুককে উলিয়াই লয় কোনো পাত্তা নাই। কামটো বৰ স্পৰ্শকাতৰ। অনেকে বেদখল কৰিছে ঠিকেই। অমুক অধ্যাপকৰ লোহাৰ গেটখন ফুফুট বাটলৈ উঠি আছে। ভাঙি দিয়া। একো নহয়। কিন্তু অমুক নিবন্ধুৱাই সক পাণ দোকান এখন দি দুবেলা দুগাল উলিয়াইছে। সমস্যা। আবেগত উথলি উঠিলেই লেঠা। ভি-চি চাহেব দুৰ্দান্ত কড়া। আগতীয়াকৈ মিটিং পাতি নাগৰিকৰ সম্মতি লৈ লৈছে। এতিয়া আৰু কাৰো মুখলৈ চাবলৈ নাই। মেপে যি কয়। সকলো ভাঙি দিয়া। পিচৰ কথা পিচত দেখা যাব। পিচে ভি-চিয়ে নেজানিলেও লাহনইঁতে বহুত কথা জানে। ৰঘুৰ অকণমান গুম্‌তিখন ভাঙোতে তেওঁৰ বৰ বেয়া লাগিছিল। তেওঁ জানে ৰঘু আগতে এটা মামুলি চোৰ আছিল। কিন্তু পিচত কিবাকৈ তাৰ শুভবুদ্ধিৰ উদয় হৈছিল। কাৰোবাৰ পৰা ধন ধাৰে লৈ সক দোকানখন দিছিল। এতিয়া সি আকৌ কলৈ যাব। ধৰা পৰাৰ বিপদখিনিৰ কথা এৰিলে দোকানত বহি বোম্বাপৰ দিয়াতকৈ জেপ-লুককা কাম বহুত সহজ। বোমাজকৰো। তাতে যদি ৰঘুৰ নিচিনা লঘু হাত থাকে।

কিন্তু কি লাভ এজন অ-চিৰ এইবোৰ কথা ভবাৰ পৰা। অকস্মাৎ তেওঁৰ কলেজত পঢ়া এলাইন কবিতা মনত পৰি গ'ল। আৰু তেওঁ হাঁহিলে। পুলিচৰ মনলৈও কবিতা আহে। দেয়াৰ্চ নট টু কুৱেচ্চ ন হোৱাই, দেয়াৰ্চ বাট টু ডু এণ্ড ডাই। নাই। এই ডু-টোলৈকে পাৰি। ডাইটো নোৱাৰি। এই ৰাজেনটো ক'ত মৰিলগৈ! একাপ চাহ আনোতে তাক কেইপৰ লাগে!

ৰাজেন আহি সোমায়ে ভাল এক ভেকাহি খালে। ক'ত মৰিছিলিগৈ।

সি পিচে লাহন চাৰৰ আগৈ পোৱা পুলিচ। বৰ বিশ্বস্ত কাৰণে। সি হাঁহিলেহে।

—চাৰৰ বদনাম শুনি থাকোঁতেই বেলি হৈ গ'ল।

—হাঁ, কি? কোনে বদনাম গাইছে?

—হোটেলত গোটেই মগাই।

—কি কৈছে?

—চেৰ কথা। আটাইতকৈ ঘাইটো হ'ল সাপ মাৰি নেগুৰত বিষ এৰি দিয়াটো।

—কেনেকৈ?

—সিহঁতে তেনেকৈ নাই কোৱা। কৈছে বোলে ডাড়ি-মোচ খুৱাই গোল্কাবলৈ 'বগল' এৰি থোৱা বুলি। পুলিচে পইচা খোৱা বুলিও কৈছে। অৱশ্যে ধেমালি ক'ৰি।

—ক'ত 'বগল' এৰিলো মই?

—কমন পেহী। তেওঁৰতো ৰাজআলিটো হাবা-মহলৰ চোতাল।

—তই যা। আৰু কোন আছে মাতি নে। এতিয়াই ভাঙিব লাগে। তৎক্ষণাৎ।

—চোৰ, তেওঁৰনো ভাঙিবলৈ কি আছে। মাত্ৰ চাৰিটা জেওৰা খুটি।

—এভিকচন ইজ এভিকচন। ভাঙিব লাগিব, বল।

নিৰ্বিকাৰভাৱে কমন পেহীয়ে মাত্ৰ চাই ৰৈছিল।

পুলিচৰ কৰিবলৈ একো নাছিলেই। ক্ৰেইন খনাৰ কথাই নাছিল। বন্দুক টোৱাই কোনোবা বৈ থকাৰো প্ৰয়োজন নাছিল। লাহনৰ পাৰ্টিয়ে মাত্ৰ চাই আছিল বাটৰ নাট চোৱাদি। এটা পুলিচেই বাঢ়নীৰে জাবৰ পেলোৱাদি কমন পেহীৰ যথাসৰ্বস্ব-ছাৱা-মহল, বাচন-বৰ্তনৰূপী টিং-টুঙলি, সাজ-পাৰ-ৰূপী ফটা কাপোৰ কেইখন জপটিয়াই সামৰি উচ্ছেদ কাৰ্য্য সমাপন কৰি ৰাজপথ পৰিষ্কাৰ কৰি পেলালে।

—পেহী অ', লৈ যাবা এইবোৰ ক'লৈ নিয়া।

টেটকুটীয়া বাজেনেও এবাৰ নকৈ নোৱাৰিলে।

—জীও নাই, জোৱায়ো নাই, পেহী এতিয়া যোৱানো ক'লৈ, কৰানো কি?

পেহীয়ে হাঁহিলে।—খেকাৰ খোৱা। অত বছৰ তহঁতৰ সাহতে তহঁতৰ ছাঁতে থাকিলো। তহঁতেই মোৰ ঘৰ ভাঙিলি। চাই থাক মই কি কৰো। ক'লৈ যাওঁ। মোৰো এটা ভোট আছে বুইছ। মোৰ এটা ৰাইট আছে। চাই থাক ক'ৰ পানী ক'লে যায়।

পিচদিনা পুৱা ঠিক ন-বজাত অ-চি লাহন এম-এল-এ খাৰঘৰীয়াৰ কাৰ্য্যালয়ত উপস্থিত হ'ল।

—চাৰ।

—অ' লাহন। আহা।

—চাৰ, মতাই পঠাইছিল।

—ও, এই মানুহজনী কোন?

—চাৰ, মানুহে কমন পেহী কয়। এভিকচনৰ কেচ। মই আঁতৰি যাবলৈ কৈছো। তাই কৈছে, আপুনি কলেহে বোলে যাব। বুঢ়া মানুহ চাৰ। ফৰ্চ কৰিবলৈ......

—মোৰ কম্পাউণ্ডত সোমাল কেনেকৈ?

কম্পাউণ্ডটো বৰ ডাঙৰ নহয় চাৰ। কোনেও দেখা নাই। ৰাতি সোমাইছে। চিকিওৰিটিয়েও নেদেখিলে। ৰাতিয়েই ঘৰটো বনাই লৈছে।

—ঘৰ?

—হয় চাৰ। চাৰিটা জেওৰা খুটিত চাদৰ মেৰিয়াই কৰা—ওমলা-ঘৰৰ নিচিনা। তাই তাতে থাকে। চাৰ, ঘৰটো ভঙাই দিওঁ। তাইক উঠাই নি ক'ৰবাত এৰি দিওঁগৈ।

—ৰ'বা। সেইবোৰ নকৰিবা। মই চাওঁচোন। কৰবাত ডেষ্টিটিউট হোমত তাইক হেবিলিটেট কৰিব পাৰিনেকি! তুমি যোৱা। কাৰোবাক তাইক কিবা খাবলৈ দিবলৈ ক'বা।

লাহন ওলাই গ'ল। খাৰঘৰীয়াই ৰঙা ফোনটোলৈ হাত মেলিলে......

# কিউ

বন্দনা সৰু সৰু একোটা কথাকে বহুত পৰলৈ মনত পেলাই পেলাই হাঁহি থকা মানুহ। এইটো কাণ্ডত তাইৰ ডাঙৰকৈ হাঁহি এটা ওলাই গ'লহেঁতেন। পিছে দুটামান কাৰণত এতিয়া তাই হাঁহিব নোৱাৰিলে। বংদৈ হাইস্কুলৰ তাই আঠ বছৰ কাম কৰা বিষয় শিক্ষয়িত্ৰী। এইখন 'জোনাকী' বাছত উঠি অহা কিজানি তিনি-পোৱা ভাগ মানুহে তাইক চিনি পায়। আগেয়ে পঢ়ুওৱা, এতিয়া পঢ়াই থকা ছাত্ৰ-ছাত্ৰীও আছে। এই এটা বন্দনাই মুবুজা কথা। হাঁহিব লগা কথাত সকলো মানুহে একেদৰে হাঁহিব নোৱাৰে। কোনো কোনোৱেতো একেবাৰে হাঁহিব নোৱাৰে। তাতোকৈ ডাঙৰ কথা হ'ল এতিয়া তাই 'জোনাকী'ৰ যিটো চেপত সোমাই আছে তাত থাকি হাঁহিব খোজাটোৱেই এটা যন্ত্ৰণাৰ নিচিনা কথা। অসাবধানতাবশতঃ গাত গা লাগিলেও সেৱা এটা জনোৱা, আনৰ কণমানিজনীকো 'আই' বুলিহে মতা, দেশখনত চিটি বাছ-লাইন বাছৰ চেপাত সকলো চুৰমাৰ হৈ পৰি আছে। ডবল কোৰ মৰা পথাৰৰ দৰে পথৰ যশত সেই চুৰমাৰো ধূলিসাৎ।

টাউন পাবলৈ আৰু দুই কিলোমিটাৰো নাছিল। কেঁকুৰিটোতে এজনে হাত ডাঙি গাড়ী ৰখালে। সুশ্ৰী, সুবেশী এজন মানুহ। থিয় হৈ ৰ'বলৈ ঠাই নাই। তথাপি মানুহ জনক তোলা হ'ল। ড্ৰাইভাৰে ল'ৰা-মানুহ কণ্ডাক্টৰক—আচলতে পইছা তোলাই যাৰ কাম,—চিঞৰ লগালে, –এই, ছাৰক বহিবলৈ জাগা উলিয়াই দে ; আৰু কণ্ডাক্টৰে কিবা কৰিবলৈ নৌ পাওঁতেই আঁঠু-মূৰত চুৰিয়া পিন্ধা এজনে উঠি দিলেই—আহক। আপুনি এইখিনিতে বহক। ছাৰক বন্দনাই ঠিক চিনি পাইছে। নিজৰ গাড়ী আছে। বোধকৰো বেয়া হৈছে। ন'হলে পত্নী ক'ৰবালৈ গৈছে। তেওঁ যিটো অফিচৰ মুৰব্বী তালৈ 'জোনাকী'ৰ মানুহ মাজে মাজে গৈ থাকিব লাগে। গতিকে। বন্দনাৰ কিয় হাঁহি উঠিব খুজিছিল তাই কিন্তু ভাবি চোৱা নাছিল। ভাবি চোৱা নাছিল পাণ-জপা দিয়া এবাছ মানুহৰ আন কাৰো কিয় হাঁহি উঠা নাছিল। নেহাঁহিলে তেওঁলোকে খং কৰিব পাৰিলেহেঁতেন। নকৰিলে। বৰং এজনে আসনকে এৰি দিলে।

বন্দনাই এই প্ৰায় দহ কিলোমিটাৰ বাট কিছুমান কথা ভাবিবলৈ যত্ন কৰিছিল। প্ৰণালীবদ্ধভাৱে ভবাৰ প্ৰয়োজন তাই অনুভৱ কৰিছিল। কিন্তু তাই বিশেষ ভাবিব পৰা নাছিল। হেঁচাঠেলা। বয়-বস্তু। হাঁহৰ পৰা বাঁহ গাজলৈ। কণ্ডাক্টৰৰ বিচিত্ৰ চিঞৰ। গাড়ীৰ কেঁকনি-গোঁথনি। খোপ খেলাৰ দৰে যাত্ৰীসকলক লৈ অনবৰত

ক্‌পন। সকলো ভুল পেলাই কাবোবাৰ কাবোবাৰ মাহী-পেহী-বিয়া—সকাৰৰ খা-খবৰ। তাৰ মাজত যত্ন কৰি বন্দনাই ভাবিবলৈ যত্ন কৰিছিল, তাই কৰিবলৈ অহা কামবোৰ বিষয়ে। অথচ কামটোৰ সম্পৰ্কত মনত তাইৰ কোনো বিশেষ ধাৰণা নাই।

তাই নিজেই স্পষ্টকৈ নেজানে তাই কেলৈ আহিছে। কেতিয়াবা তেনেকুৱা হৈ যায়। মনৰ ভিতৰৰ পৰা একোটা নির্দেশ পোৱা যায়। পেলাব নোৱাৰি। প্রশ্ন কৰিব নোৱাৰি। তেনে এটা প্রেৰণা বা তাড়নাতে তাই আহিছে। এনেকৈ এইবোৰ কথাত সোমোৱা উচিত হ'ব নে নহয় তাই ক'ব নোৱাৰে। বন্দনাই জানে, তাইৰ এটা স্বাৰ্থ আছে। কাকো ক'ব নোৱাৰা, নিজকো ক'বলৈ ভাল নলগা এটা স্বার্থ। কিন্তু আছে। সেই স্বার্থত স্বার্থপৰতা যিমান তাতোকৈ বেছি আছে পৰাৰ্থপৰতা।

উৎপলক যে বন্দনাই ভাল পায় তাত কোনো সন্দেহেই নাই। আৰু এই ভালপোৱা আজিৰ হঠাৎ হোৱা নহয়। একেবাৰে কলেজত পঢ়া দিনৰ। মাজত অনেক সময়ৰ সোঁত বৈ গৈছে। চঞ্চল আবেগ, সাময়িক মোহ, অলিক কল্পনা সেইবোৰ সময়ে ধুই নি নির্বিকাৰ ভালপোৱাখিনি এৰি গৈছে, য'ত দিয়াৰ কিবা প্রাবল্য থাকিলেও পোৱাৰ কোনো দুৰ্বাৰতা নেথাকে। নিস্পৃহ। চেহেৰাই-পাতিয়ে উৎপল কলেজখনৰ ভিতৰতে লেখৰ আছিল। কিন্তু যিকোনো সংগঠনত চেহেৰাৰ মূখ্য নহয়। স্থায়ীতো নহয়েই। উৎপল আছিল পঢ়া-শুনাত সদায় ভাল। খেলাধূলাতো আগত যোৱা। আৰু যেতিয়াই কিবা ৰাজহুৱা কামৰ কথা হৈছে, বিশেষকৈ কিবা সেৱামূলক কামৰ কথা হৈছে, সকলো এৰি উৎপল ওলাই আহিছে। উৎপল বন্দনাতকৈ দুটা শ্রেণী ওপৰত পঢ়িছিল। কিন্তু একেলগে কলেজৰ কোনো কোনো অনুষ্ঠানত কাম কৰিব লগা হোৱা কাৰণতো অন্তৰঙ্গতা হৈছিল। কেন্টিনত বা তেনে আন আন ঠাইত সিহঁতে কথা-বতৰা হৈছিল। প্রসঙ্গ লৈ আলোচনা কৰিছিল। বন্দনাই জানিছিল, কেৱল আবেগৰ দ্বাৰা উদ্বুদ্ধ হৈ কিবা কৰা মানুহ উৎপল নহয়। সেই বয়সতে সি যথেষ্ট চিন্তাশীল। সকলো কথাৰে ভিতৰলৈ সোমোৱাৰ চেষ্টা কৰা এটা প্ৰৱণতা তাৰ আছে। বানপানীৰ বাবে ৰিলিফৰ যোগাৰ কৰাত উৎপলৰ উছাহৰ শেষ নাছিল। কিন্তু বানপানী হৈ যোৱাৰ পিছত এবছৰলৈ ৰক্ষা বুলি স্বস্তিৰ নিশ্বাস এৰি বহি দিবলৈ সি বৰ বেয়া পাইছিল। আক্রান্ত মানুহখিনিক লৈ একেলগে বহি পিছৰ বছৰবোৰৰ বাবে কিবা কর্মপন্থা উলিয়াবলৈ সি যত্ন কৰিছিল। সফল হোৱা নাছিল উৎপল। আচল মানুহখিনিৰ সঁহাৰিয়েই আছিল পুতৌ লগা। প্রকৃতিৰ ওপৰত নির্ভৰ কৰা মানুহ, প্রকৃতিক আয়ত্তাধীন কৰা মানুহ নহয়। নিৰুৎসাহ কৰা মানুহবো অভাৱ নাছিল। সি বুজিছিল, বানপানীক পোহ নমনালে ইয়াক ৰাজনীতিৰ উপাদান কৰি জীয়াই ৰখা হ'ব। যেনেকৈ কোনো যুক্তি নথকা সত্বেও ধর্মক ৰাজনীতিৰ উপাদান কৰি ৰখা হয়। ধর্মক বাদ নিদিয়াকৈ যে এই কাম নহয় সেই কথা ধার্মিকসকলেও

সুবুজে। আচৰিত ধৰণে আনকি দুৰ্নীতিকো ৰাজনীতিৰ উপাদান কৰা হয়। বুনিয়াদী শিক্ষাহীনতাই ইয়াৰ একমাত্ৰ কাৰণ বুলি উপলব্ধি কৰিয়েই প্ৰথম শ্ৰেণীৰ সন্মান পোৱা, উচ্চ শিক্ষাৰ সকলো সুবিধা থকা, এটা ভাল চৰকাৰী চাকৰি লোৱাতো অসুবিধা নথকা উৎপল বৰুৱে স্কুলৰ শিক্ষক হৈছিলহি—চিৰদিন থাকিম বুলি নহয়। পৰীক্ষামূলকভাৱে নিজৰ ধাৰণাসমূহ কামত লগাই চাবলৈ। তাতেই কিন্তু এই আঠ বছৰ সি বৈ গ'ল। একোজন মানুহে সমাজত কমেও ত্ৰিশ বছৰ নিজৰ খোপনি বজাই চলে। সেইকাৰণে পৰিবৰ্তনৰ পুলিয়ে ঠন ধৰোতে সময় লয়।

ঘটনাক্ৰমে বৰুৱেৰে ছোৱালী বন্দনা। পাছো কৰিলে। আৰু শিক্ষয়িত্ৰীৰ কামটোও পালে। কপাল ভাল। সিহঁতৰ ঘৰুৱা অৱস্থা টানি-টুনি চলা।

কলেজত বন্দনাৰ ক্লমেট আছিল স্বৰ্ণাক্ষি। বৰ ধুনীয়া ছোৱালী। বহুবহীয়া ঘৰৰ ছোৱালী। পঢ়াতো বেয়া নহয়। কেতিয়াও ফেল কৰাৰ ভয় নাই, মুধাফুটা হ'ব নোৱাৰিলেও। কিন্তু যি কোনো ক্ষেত্ৰত স্বৰ্ণাক্ষিৰ যিকোনো ধৰণৰ গভীৰতা থকা বুলি বন্দনাৰ ধাৰণা নাছিল। কেনেকৈ কি হৈছিল বন্দনাই নেজানে। জানিবলৈ যত্নও কৰা নাছিল। এই যে যত্ন কৰা নাছিল ইয়াৰ অন্তৰালত হয়তো উৎপলৰ প্ৰতি থকা তাইৰ ভালপোৱাই আছিল। তাই মাত্ৰ জানিছিল উৎপল স্বৰ্ণাক্ষিৰ চিনাকি কলেজলৈ অহাৰ বহুত আগৰ। হয়তো ল'ৰালিৰ। কিন্তু সিহঁতৰ প্ৰেম কেতিয়াৰ, বন্দনাই নেজানে। কিন্তু নিজৰ ভালপোৱা প্ৰকাশ কৰাৰ কোনো অৱকাশ আৰু তাইৰ বাবে নাছিল। অকাৰণৰ এটা হুমুনিয়াহৰ দৰে তাইৰ প্ৰেম তাইতে অৱৰুদ্ধ হৈ ৰ'ল।

উৎপল-স্বৰ্ণাক্ষিৰ প্ৰেমৰ বাতৰি কলেজত সদৰী হৈ পৰিবলৈ সময় লগা নাছিল। উৎপল গহীন ল'ৰা। তাৰ আসৈ কোনেও ৰৰকৈ নেপায়। কিন্তু স্বৰ্ণাক্ষিক অনেকে জোকাইছিল। তাই নিজেও সেইবোৰ বেয়া নেপাইছিল। ক্লমেট বন্দনাকো সুবিধা পালেই সেইবোৰ কোৱা আৰম্ভ কৰিছিল। দুখন-এখন চিঠিও বন্দনাই পঢ়িবলৈ পাইছিল। স্বৰ্ণাক্ষিয়ে লিখা প্ৰেমৰ মডেল চিঠি আছিল। ভৱিষ্যতৰ কিবা-কিবি মধুৰ কল্পনাৰ কথাও আছিল। কিন্তু উৎপলৰ চিঠি এনেই পঢ়িলে প্ৰেমৰ বুলি ধৰাই টান আছিল। স্বৰ্ণাক্ষিৰ কল্পনাত আছিল সুন্দৰ-স্বচ্ছল ভৱিষ্যত জীৱনৰ সপোন। উৎপলৰ চিঠিত আছিল সুন্দৰ স্বচ্ছল ভৱিষ্যত জীৱনৰ কল্পনা হেজাৰজনৰ। ইয়াৰ সুখ আৰু শান্তিৰ কথা। তাৰ সংগ্ৰামৰ কথা। বন্দনাই আমোদ পাইছিল। চুম্বক-তত্বলৈ মনত পৰিছিল। বিপৰীত মেৰুৰ আকৰ্ষণ। অৱশ্যে নিজকে তাই সাৱধানতাৰে আঁতৰাই ৰাখিছিল। চিনাকি শিল্পীৰ অভিনয় চাবলৈ ভাল। সেই বুলি নাটকৰ অংশ হ'ব খুঁজিলে দিগদাৰী আছে।

স্কুলত একেলগে চাকৰি কৰা বিগত বছৰ কেইটালৈ বন্দনাই উভতি চালে। আগৰে

পৰা চিনাকি আৰু অন্তৰঙ্গ মানুহ হিচাপে সিহঁতে বেছ মিলি-জুলি কাম কৰিছিল। ভাল বন্ধুৰ দৰে হাঁহি-মাতি দিন কটাইছিল। উৎপলৰ ব্যস্ততাৰ শেষ নাই। ছাত্ৰৰ পঢ়া, খেলাৰ পৰা বাইজৰ ভাওনালৈ। অনুৰোধ আহিলেই বন্দনাই আগ্ৰহেৰে তাক সহায় কৰি দিছিল। বন্দনাই উৎপলক ভাল পাইছিল। প্ৰকাশ ন'হলেও তাই নিজে জানিছিল। মনটো বহল আছিল। ঈৰ্ষা নেজানিছিল। আৰু সেয়ে অসঙ্কোচে চুলিকোছা বেছি দীঘল হ'লে কাটিবলৈ ক'ব পৰিছিল। নতুন কামিজ এটা ল'বলৈ ক'ব পৰিছিল। ল'লে ৰংটো অলপ পাতল হ'লে ভাল আছিল বুলি ক'ব পাৰিছিল। চেণ্ডেলত ৰং সানিবলৈ ক'ব পাৰিছিল। ছাত্ৰই হেনো শিক্ষকে শিকোৱাখিনিও শিকে, দেখুউৱাখিনি শিকে। উৎপলে হাঁহি 'এইজনী মোৰ আইতা ওলাল' বুলি ক'লেও তাইৰ নিৰ্দেশ তৎক্ষণাত পালন কৰিছিল। বন্দনাই বুজাব নোৱাৰা, বুজিব নোৱাৰা এটা বিষণ্ণ মধুৰ তৃপ্তি লাভ কৰিছিল। কাৰোবাৰ এখন ফটো বুকুত সাবটি কোনোবা শোৱাটোক মনো-বিজ্ঞানে বিকৃতি বুলি ক'ব পাৰিব। কিন্তু সেই কোনোবাৰ বাবে তাতে জীৱনৰ অৰ্থ থাকিব পাৰে।

উৎপল সঁচাই ভাল শিক্ষক আছিল। নিজে প্ৰচুৰ পঢ়া-শুনা কৰিছিল আৰু সমান পৰিশ্ৰম কৰিছিল পঢ়ুউৱাত। ছাত্ৰই পাছ কৰিব নোৱাৰিলে নেকান্দিলেও দেখদেখকৈ চট্‌ফটাই ফুৰিছিল। দোষ নিজৰ বুলি ভাবিছিল। বাৰে বাৰে ছাত্ৰৰ ঘৰ ওলায়গৈ। কিন্তু তাৰ সম্পৰ্ক ছাত্ৰৰ সমানে আছিল অভিভাৱকৰ লগত। এটা অৰ্থত এক প্ৰকাৰে সি অভিভাৱক সকলকো পঢ়ুৱাইছিল বুলিয়ে ক'ব পাৰি। কত ধৰণৰ মানুহ। প্ৰভূত চিন্তা আৰু সাৱধানতাৰ প্ৰয়োজন হৈছিল। কিন্তু প্ৰতিদান সি পাইছিল। ৰংদৈ স্কুলৰ পৰা নিয়মিত প্ৰথম বিভাগ ওলাবলৈ আৰম্ভ কৰিছিল। এবছৰ প্ৰথম দহজনৰ ভিতৰতো এজন হৈছিল। আৰু বিশেষ লাভ হৈছিল স্কুলৰ। কাৰণ শিক্ষকসকল প্ৰতিযোগিতাত নামিবলৈ বাধ্য হৈছিল।

এনেকৈয়ে আঠোটা বছৰ পাৰ হৈ গৈছিল। কিন্তু হঠাৎ আজি প্ৰায় এমাহৰ আগত এটা অভাৱনীয় কাণ্ড ঘটি গ'ল। কেইবছৰমানৰ পৰা স্কুলত নকল কৰা ল'ৰাৰ আৱিৰ্ভাৱ হ'ল। বুদ্ধিমান একোজন ছাত্ৰয়ো আচৰিত ধৰণে নকল কৰা আৰম্ভ কৰি দিলে। অন্য ধৰণৰ শৃঙ্খলাহীনতায়ো দেখা দিলে। তাৰ কাৰণ যিয়েই নহওক, ইয়াক বাধা দিবলৈ কোনেও যত্ন নকৰিলে। প্ৰধান শিক্ষক, শিক্ষক, অভিভাৱক সকলোৱে অসহায় দৰ্শকৰ দৰে চাই থকা দেখা গ'ল। চল চাই চাপৰি বজোৱাসকলৰ কথা অৱশ্যে বেলেগ। উৎপল ব্যতিব্যস্ত হ'ল। চঞ্চল হৈ উঠিল। কি কৰো কি নকৰো হ'ল। এনেকৈতো নহ'ব। কেনেকৈ হ'ব। পতান ধানেৰে তুমি খেতি কৰিবা কেনেকৈ।

বছৰেকীয়া পৰীক্ষাৰ প্ৰথম দিনাই উৎপলে নৱম শ্ৰেণীৰ এজন ছাত্ৰকে নকল কৰা

বাবে পৰীক্ষা খৰৰ পৰা বহিষ্কাৰ কৰিলে। পিছত গম পোৱা গৈছিল এই ছাত্ৰজনকে নহয় আৰু কেইবাজনকো উৎপলে হেনো ছমহীয়া পৰীক্ষাতে বাধা দিছিল। সতর্ক-বাণী শুনাইছিল। এই পৰীক্ষাৰো ভালেমান আগতেই ভালকৈ পঢ়িবলৈ পৰামৰ্শ দিছিল। পৰীক্ষাক এটা খেমালিত পৰিণত নকৰিবলৈ কৈছিল। কিবা নেজানিলে তাক সুধিবলৈ কৈছিল। আনকি তিনি মাহমান আগতেই অভিভাৱকসকলক কৈছিলগৈ,—ল'ৰাৰ পঢ়াৰ যেন তত্বাৱধান লয়। কিবা নেজানিলে তাৰ ওচৰলৈ যেন পঠায়। চাই দিব।

আৰু প্ৰথম পৰীক্ষাৰ প্ৰথম ঘণ্টাতে উৎপলে এজন ছাত্ৰক বাহিৰ কৰি দিব লগাত আৰু আবেলি সি নিজেই ল'ৰাটোৰ ঘৰ ওলাইছিলগৈ। ল'ৰাটোক, অভিভাৱকক বুজাইছিল, সি ফেল বুলি ধৰি লৈ আকৌ যেন পঢ়িবলৈ ধৰে। এই এটা কাম কোনো শিক্ষকে কৰিবলৈ দিব নোৱাৰে। ঘৰ সজা মানুহে জানি-শুনি নিজে থকা ঘৰটোত ঘুণে ধৰা খুঁটা লগাব নোৱাৰে। ঘৰখন, সমাজখন, জাতিটো বেলেগ কিবা এটা আলাসৰ বস্তু নহয়, নহয়। মানুহেই ঘৰ, সমাজ, জাতি।

আৰু সেইদিনাই সন্ধ্যা বজাৰৰ পৰা ঘূৰি আহোতে একেবাৰে চিনি নোপোৱা কোনোবাই উৎপলক মাৰিলে। বেয়াকৈয়ে মূৰত লাঠিৰে কোব মাৰিছিল। উৎপল চঞ্চল ডেকা। খেলুৱৈ মানুহ। শাৰীৰিক সক্ষমতা সুন্দৰ। চকুৰ পচাৰতে আঁতৰি দিয়াত মাৰটো হাতত পৰিল। হাড় এডাল ভাগিল।

বন্দনা উৎপলৰ ঘৰলৈ আহিছিল, খোৱা-বোৱাৰ দিহা কৰি দিছিল। কিতাপৰ বাহিৰে তেনেকৈ বস্তু একো উৎপলৰ নায়েই। পৰিপাটী কৰি দিছিল বন্দনাই। তাই দেখিছিল এই ঘটনাৰ পিছত উৎপল হঠাৎ ভাবুক, অন্যমনস্ক হৈ পৰিছিল। তাই ব্যতিব্যস্ত হৈ পৰিছিল।

বন্দনা বুদ্ধিমতী ছোৱালী। তাই বুজিছিল, উৎপল সঁচাই হতাশ হৈছে। ইয়াৰ এটাই কাৰণ হ'ব পাৰে। অন্য ক'ৰবাত হতাশ হৈ উৎপলে কৰ্মক্ষেত্ৰত আশ্ৰয় বিচাৰিছিল। কিন্তু এই ঘটনাটো সি আশা কৰা নাছিল। বিশ্বাসৰ সংকট হৈছে।

শেষত এদিন তাই মনে মনে প্ৰস্তুত হৈ লৈ তাক সুধি পেলাইছিল—এনেকৈতো নচলে উৎপলদা। এইবাৰ তুমি বিয়া পাতিবই লাগিব। স্বৰ্ণাক্ষিৰ খবৰ কি? এই প্ৰথম তাই উৎপলৰ আগত স্বৰ্ণাক্ষিৰ কথা উত্থাপন কৰিলে। দুয়ো দুয়োৰে চকুলৈ এখন্তেক চাই ৰৈছিল। অনেক নোকোৱা কথাই হয়তো কোৱা হৈ গৈছিল।

উৎপলে বন্দনাৰ কথাৰ উত্তৰ দিয়া নাছিল। কিন্তু পিছদিনা তাইক এখন চিঠি পঢ়িবলৈ দিছিল। বন্দনাই চিঠিখন পঢ়িছিল।

তাইৰ অতিপাত খং উঠিছিল। তথাপি স্বৰ্ণাক্ষিৰ দৰে এজনী ছোৱালীৰ বাবে

উৎপলে কিন্তু কষ্ট খাব লাগে। তাই সংকল্প লৈছিল, কিবা এটা কৰিব লাগিব। কিন্তু প্ৰথমতে স্বৰ্ণাক্ষিক এবাৰ লগ পাব লাগিব। আৰু সোনকালেই।

স্বৰ্ণাক্ষিৰ চিঠিখন আছিল এটা দুৰ্ভাগ্যজনক অশ্লীল ঠাট্টাৰ দৰে। একেখিনি কথাকে আন ধৰণেও ক'ব পৰা গ'লহেঁতেন। ক'লেহেঁতেন অন্ততঃ এগৰাকী কলেজৰ অধ্যাপিকাই মানুহৰ একান্ত, নিভৃত সনাতন আবেগ-অনুভূতি ইত্যাদিক এনেকৈ আক্ৰমণ কৰিবৰ হ'লে মানুহ কোনটো স্তৰলৈ নামি যাব লাগে বন্দনাই ভাবি পাৰ নেপায়। তাইতো এতিয়াও কাৰোবাৰ ছাঁ গচকিবলৈ টান পায়। সংৰক্ষণশীলতা ভাল নহয় মানে একেবাৰে বেয়া জানো।

উৎপলৰ খা-খবৰ হেনো স্বৰ্ণাক্ষিয়ে অলপ-অচৰপ পাই থাকে। উৎপলৰ আদৰ্শবোৰৰ কথা তাই জানে। আৰু তাৰ জীৱনটো এতিয়া যেনেকুৱা তেনেকুৱাই কিবা এটা হ'ব বুলিও তাই জানিছিল। কিন্তু তাই অবাক হৈছে, কলেজৰ দিনৰ কথা-কাণ্ডবোৰ সি এতিয়াও মনত পুহি ৰখা দেখি। এইটোতো এটা বেমাৰ। সাধুকথাৰ পক্ষীৰাজ ঘোঁৰাক শিশুৱে সপোনত বিচাৰি থাকক আপত্তি নাই। কিন্তু প্ৰাপ্তবয়স্কৰ ক্ষেত্ৰত সেই ঘোঁৰা স্বাভাৱিকভাৱে মাৰুতী-কন্‌টেচা হৈ যাব লাগে। তাক তাই বিয়া কৰিব বুলি সি কেনেকৈ ভাবিছিল। তাইতো অকলে ৰঞ্জিতৰ লগত দাৰ্জিলিঙলৈ গৈছিল। ক'তা ৰঞ্জিতেতো এনেকৈ ভবা নাই। উৎপলে বায়োলজি পঢ়া নাইনেকি? চিনেমাত আটাইতকৈ বেছি মাৰ-পিট কৰা নায়কৰ ছবি বেডৰুমত ৰখা হেজাৰজনী ছোৱালীয়ে চাৰিআলিৰ দাদাবোৰকে বিয়া কৰেনেকি? তেনেকৈ তাৰ ওলোটাটোও সঁচা। আদৰ্শবান মানুহক প্ৰশংসা কৰাত তাইৰ আপত্তি নাই। কিন্তু জীৱন আৰু আদৰ্শক একাকাৰ কৰাৰ ভুল অন্ততঃ তাই নকৰে। তাই হেনো কাহানিবাই উৎপলৰ বিয়া হৈ গৈ এতিয়ামানে সীমিত পৰিয়ালৰ আদৰ্শত পৰিণত হ'ল বুলিহে ভাবিছিল। আদৰ্শ, ত্যাগ, দাৰিদ্ৰ্য, সেৱা এইবোৰ লৈ থকা মানুহে বিয়া-বাৰুও সাধাৰণতে সোনকালেই কৰে। সেইকাৰণেইতো ভাৰতবৰ্ষৰ আদৰ্শ-যুগত বাল্য-বিবাহো চলোৱা হৈছিল। ইত্যাদি। ইত্যাদি। কলম ৰ'ব খোজা নাছিল। প্ৰতিটো শব্দ খণ্ডত পৰিগৰ্ভিত।

তথাপি বন্দনা গৈছিল। এটা নৈতিক দায়িত্ব, আৰু কি। সকলোৰে ন'হলেও মাষ্টৰ জাতীয় মানুহৰ কাৰো কাৰো থাকে।

—আহ আহ, ভাই। তোলৈকে বাট চাই আছো। চিঠি পালো। বাছত আহিলি? বহি আহ দেই। ৰহ, মই চৰ্বৎ এগিলাচ দিওঁ। ফ্ৰিজৰ খাবিতো।

স্বৰ্ণাক্ষিয়ে বন্দনাক বহুৱাইছিল।

ইটো-সিটো কথা, ভাল-বেয়া খা-খবৰ লোৱাৰ পিছত স্বৰ্ণাক্ষিয়ে কৈছিল—থাকিবিতো আজি?

—নাই। ঘূৰি যাম।

—থাক থাক। অতদিনৰ মূৰত মনত পৰিছে। মই আকৌ গাড়ীখনো ৰাখি থৈছো। বোলো, দুইজনীয়ে ক'ৰবাত ক'ৰবাত ফুৰিম।

—নাই ভাই, মই যাব লাগিব। ছুটী লোৱা নাই। ৰাখি থৈছ মানে? কাৰ গাড়ীনো? তোৰ নহয়নেকি?

—ধেৎ। তয়ো ভাল। তিনি বছৰ কলেজত কাম কৰি মাৰুতী ল'ব পাৰিনেকি? জয়ন্তৰ গাড়ী। থৈ গ'ল। তোক চিনাকি কৰি দিম বাৰু।

—কোন জয়ন্ত?

—আই-টি চুপাৰিণ্টেণ্ডেণ্ট। এনগেজ্‌ড বুজিছ। ফাগুনত। কার্ড পঠাম। আহিবি।

বন্দনাৰ গৰম লাগিছিল। জনাকীর্ণ নগৰত বাট হেৰুওৱা যেন লাগিছিল। ইফালে-সিফালে চাইছিল। স্বৰ্ণাক্ষিয়ে মনত পৰাৰ দৰে ফেনখন চলাই দিছিল।

বন্দনাই যেন ইয়ালৈ কেলৈ আহিছিল পাহৰি গৈছিল। তাই মনে মনে বহি আছিল।

স্বৰ্ণাক্ষিয়েই কৈছিল—এচ, অ এচটো কি? বিশেষ কথা বুলি লিখিলি যে। কি হৈছেনো!' এনিথিং ফাইনান্‌চিয়েল? মই কিন্তু এতিয়াও তোৰ নিচিনাই মাষ্টৰণীহে —কলেজৰ হ'লেও।

এজাক লেতেৰা মাত মাতি কথা পাতি থকা মানুহৰ কাষেদি পাৰ হৈ যাওঁতে যেনে লাগে বন্দনাৰ তেনে লাগিছিল। মনোবৈজ্ঞানিক প্ৰদূষণৰ কথা কোনোবাই ভাবিছেনে নাই বন্দনাই নেজানে। ই কিন্তু মহামাৰীৰ অবয়ব ইতিমধ্যেই ধাৰণ কৰিছে।

—আছিল এটা কথা। পিছে নহ'লেও হ'ব দে। একো দৰ্কাৰী নহয়।

—তেও কচোন, শুনো।

—নেলাগে। তই পাহৰি যা। এনেই তোলৈ মনত পৰি আহিলো বুলি ধৰি ল।

—ক' ভাই। নহ'লে ভাল নেলাগিব। খু-দুৰনি।

—উৎপলৰ কথা অ'।

—অ'। তইতো এতিয়া সহকৰ্মী। চা, সি বৰ এবচার্ড কথা ভাবিছে। মই চাফ্‌ লিখি দিছো। মইতো বিয়াৰ কথা কেতিয়াও ভবাই নাছিলো। টিন,এজ ৰোমান্সক এই বয়সতো সি চিৰিয়াচলি লৈ আছে। কি মানুহ। বুজাই-বঢ়াই তাৰ এথন বিয়া পাতি দিবি। সি আৰু মই। নাহ্‌। ইনকমপেটিবল।

—কিন্তু কিয়?

—চা। কলেজত চৌধাৰীৰ কবিতা ভাল পঢ়াও বুলি মোৰ নাম আছে। সেই যে

'দৰিদ্ৰৰ লাওলোটা' হাতত কিন্তু মোৰ পাঁচ-শ টকীয়া ভেনিটি বেগ থাকে। জয়ন্তক বিয়া কৰাবলৈ ঠিক কৰাৰ বহুত কাৰণৰ মাজৰ এটা কাৰণ হ'ল ক্লাচলৈ যাবলৈ মাৰুতী এখন নহ'লে কলেজৰ প্ৰফেচাৰৰ প্ৰেমাৰ ঠিক এষ্টাব্লিচড্ নহয়।

স্বৰ্ণাক্ষিয়ে হাঁহিছিল। হাঁহিটো বন্দনাৰ বৰ লেতেৰা লাগিছিল। যেন তিনিজন যোৱাৰ পিছত চতুৰ্থজনক লৈ মৰা বাবাঙ্গনাৰ হাঁহি।

—হ'ব, স্বৰ্ণ। মোৰ শুভেচ্ছা থাকিল! যাওঁ।

—এতিয়াই?

—বাছ এতিয়াই আছে।

—এঘণ্টামান বহ। ড্ৰাইভাৰটো আহিব। তোক থোৱাই দিব পাৰিম।

—নেলাগে দে। মই কণ্ডাক্টৰক কৈ আহিছো, বাট চাব। চোঠেঙ্গিয়াত পেলালে আগলৈ দিগদাৰ। আমি লাইন বাছৰ মানুহ। ৰংদৈৰ বাটত জয়ন্তৰ মাৰুতীয়ে বৰ কষ্টও পাব।

উভতি আহোতেও বন্দনাই ওৰে বাট উৎপলৰ কথাই ভাবিছিল। কিন্তু তাই চিন্তাবোৰক এটা নিৰ্দিষ্ট আকাৰ দিব পৰা নাছিল।

যদি এনে হয়?

যদি তাই স্পষ্টকৈ উৎপলক কৈ দিয়ে—এতিয়া নহয়, কলেজত থকা দিনৰ পৰাই তাই উৎপলক··

—তেন্তে ইমান দিন কোৱা নাছিলা কিয়?

—তুমি যে স্বৰ্ণাক্ষিক....

কিন্তু যদি ফাঁকি বুলি ভাবে। অৱস্থাৰ সুযোগ ল'বলৈ যত্ন কৰা বুলি ভাবে। যদি উৎপলে আন কাকো গ্ৰহণ কৰিব নোৱাৰে।

তাই বাৰু দেখিবলৈ···দেখিবলৈ তাই স্বৰ্ণাক্ষিৰ সমান ধুনীয়া নহয়, কিন্তু তাইৰ ৰূপত কোনো প্ৰলেপ নাই। প্ৰযত্ন নাই। আৰু এতিয়া উৎপলৰ চকুৱে নিশ্চয় সঁচা-মিছা বাছিব জনা হৈছে।

কিন্তু তাই কি কৰিব। কি কৰা ভাল হ'ব।

উৎপলক তাই উদ্ধাৰ কৰিব খুজিছেনেকি? নাই। তাৰ বাবে উৎপল নিজেই বহুত ওপৰত। আৰু উদ্ধাৰ কৰিবলৈ উৎপলৰ পতন হ'ল কেতিয়া। তাই বাৰু বৰ স্বাৰ্থপৰ হৈ গৈছেনেকি। নাই। তাইতো স্বৰ্ণাক্ষিৰ পৰা একো কাঢ়ি ল'ব খোজা নাছিল। বৰং দিবহে খুজিছিল।

লাইন-বাছ 'জোনাকী'ৰ অন্তহীন কোলাহলৰ মাজত হঠাৎ বন্দনা যেন এক শব্দ-হীনতাৰ মাজলৈ গুচি গ'ল। হৃদয়ৰ গভীৰতাৰ পৰা কাণে কাণে তাইক কোনে যেন ক'লে: যদি তুমি সাগৰত জঁপিয়াই পৰা, সাগৰে তোমাক কেতিয়াও ঘূৰাই নপঠায়। বুকুত সুমুৱাইয়ে ল'ব। বন্দনা, নৈৰ ধৰ্ম এটাই। সাগৰলৈ যোৱা।

বাছৰ পৰা নামি বন্দনাই দেখিলে তাই নেথাকোতে এজাক বৰষুণে ৰংদৈখন ধুই নিকা কৰি থৈছে। তাই খৰকৈ খোজ ল'লে, যেন তাইৰ বহুদূৰ যাবলৈ আছে, সময় মূৰামূৰি।

# শেষ যুদ্ধ

তেনেকুৱা এটা বিতৰ্কমূলক কথাত সোমাই পৰাৰ ইচ্ছা মোৰ নাছিল। এতিয়াও নাই। তথাপি এপাকতে সোমাই পৰাৰ নিচিনা অৱস্থা এটাৰ সৃষ্টি হৈ গ'ল। অৱশ্যে ভাগ্য ভাল, নিৰাপদ দূৰত্বতে মই আছিলো আৰু এতিয়াও আছো। সিফালে যিয়েই নহওক, মোক একোৱে নোচোৱে বুলি মই জানো। কাৰণ সৌৰে-বাঁৰে ক'তো এষাৰ কথাও মই কোৱা নাই। কিন্তু মোৰ মনৰ মাজত যি এটা প্ৰশ্নৰ চোৰ-কাঁইট সোমাল তাৰ পৰা ৰক্ষা পোৱা বৰ টান।

যুদ্ধখন যে ইতিমধ্যে আৰম্ভ হৈ গ'ল সেই কথা বুজাত মোৰ কোনো অসুবিধা হোৱা নাই। যুদ্ধৰ ফলাফলো কি হ'ব মই নজনাকৈ থকা নাই। ফলাফলো মোৰ বুদ্ধি-বিবেচনাৰ অনুৰূপেই হ'ব। আণৱিক শক্তি আৱিষ্কাৰ কৰা মানুহজনক নোবেল বঁটা দি বোমাৰ ভয়ত বিজ্ঞানক গালি-গালাজ কৰাৰ দলত মই নাই। তথাপি মনত মই শান্তি পোৱা নাই। ক'ৰবাত যেন অকণমান আউল লাগি আছে। সাৱধানতাৰে আউল নেভাঙিলে সূতা ছিগে। ছিগা সূতা নিছিগাৰ দৰে নহয়। বিচৰাখিনি পোৱাটো এটা ভাল কথা। কিন্তু তাৰ বাবে যি দাম দিব লগা হ'ব পাৰে সেইটোহে চিন্তাৰ কথা। খাবলৈ এপইচাও নাৰাখি ঘৰ সজা বুদ্ধিমানৰ কাম নহয়। একেবাৰে উম নোহোৱা হোৱা কম্বল এখনো পেলাই দিবৰ সত নাযায়। আৰু এয়াটো উমাল এটা জীয়া শৰীৰ পৰিত্যাগ কৰাৰ নিচিনা কথা।

মোৰ ঘৰত বিতৰ্কটোৰ জন্ম হোৱাৰ কথাই নাই। নাৰী চৰিত্ৰ বৰ্জিত সংসাৰ মোৰ। একমাত্ৰ ল'ৰাটো পঢ়িয়ে আছে। সি মানুহ হৈ ওলাই ঘৰ-সংসাৰ কৰালৈ দেৰি আছে। তেতিয়ালৈ মোৰ হা-নাবোৰৰ একো দাম নেথাকিবগৈ। এতিয়াই কমিল। এনেও এম এ পঢ়া ছোৱালীজনীয়ে বেলিলৈ নাচাব বুলি মই ক'ব নোৱাৰো। পো-বোৱাৰীয়ে কি কৰে তাত মই মাতিবলৈ নাযাওঁ। এতিয়া অন্ততঃ এনে বিতৰ্ক আমাৰ ঘৰত নোলায়। কিন্তু প্ৰশ্নটো আহিছে ছাত্ৰৰ ফালৰ পৰা। আৰু ছাত্ৰইতক বাদ দি থ'ব পৰা বা আওকাণ কৰিব পৰা এটা মন অথবা মনন আমাৰ নহয়। আজিকালি ছাত্ৰইতৰ নাম পৰ্যন্ত নজনাকৈ শিক্ষানুষ্ঠানৰ পৰা বিদ্যাৰ্থী ওলাই আহিব পাৰে। আমাৰ দিনত শিক্ষক অনুকৰণৰ থল আছিল। আজিকালি এই থলী সঙ্ক এটা বাকচত সোমাল। আমাৰ কথা বেলেগ। আমাৰ চেতনাৰ শিৰা-উপশিৰা অলি-গলিত ছাত্ৰইতৰ হাতৰ পৰশ আছে, ভৰিৰ খোজ আছে।

ঘটনা বুলিবলৈ তেনেকৈ একো নাই। সামান্য আচলতে আমাৰ জীৱনৰ ঘটনাবোৰ ডাঙৰ বা সৰু হোৱাৰ একো তাৎপৰ্যই নাই। সকলো আপেক্ষিক। আচল তাৎপৰ্য থাকে সেইবোৰৰ ক্ৰিয়াশীলতাতহে। মোৰ ল'ৰাটোৱে পৰীক্ষাত কম নম্বৰ পালে বা সি চিগাৰেট খাবলৈ লৈছে বুলি গম পালে মই যিমান ব্যতিব্যস্ত হওঁ কেতিয়াবা সম্বন্ধীয়া কোনোবা মৰিলেও সিমান গাত নালাগে।

দৰকাৰী এটা কামত মহেন্দ্ৰ বৰুৱাৰ ঘৰলৈ গৈছিলো। মোৰ লগত শিলালিপি মুদ্ৰনৰ মালিক সূৰ্য আৰক্ষৰাও গৈছিল। আমাৰ আলোচনী শিলালিপিৰ পৰৱৰ্তী সংখ্যাটো এপষেকৰ ভিতৰত ওলাব লাগে। এটা বিশেষ উপলক্ষ্য আছে। আৰু উপলক্ষ্যৰ লগত সম্বন্ধ থকা প্ৰবন্ধটো আমাৰ নিবন্ধকাৰ মহেন্দ্ৰ বৰুৱাই লিখি দিয়াৰ কথা। কিন্তু তেওঁ পলম কৰিছে। তাগাদা।

দীঘল এটা পদূলিৰ দৰে কেঁচা দীঘল বাটটো। খৰালি এনে বাট উকা হৈ পৰে। আঠ ফুট বহল। দুশ মিটাৰমান দীঘল। মূল পথৰ পৰা এটা গলিৰ দৰে পোনাই সোমাই গৈছে। বাটটো য'ত শেষ হৈছে তাতে মহেন্দ্ৰ বৰুৱাৰ ঘৰৰ গেটখন। মাজৰছোৱাত বাটৰ দুয়োফালে তিনিঘৰকৈ মানুহ বহিছে। সকলো আঢ্যৱন্ত মানুহ। ধুনীয়া ধুনীয়া ছবিৰ দৰে ঘৰ সজাইছে। অটোমটোকাৰি ফুলনি। গাড়ী বাৰাণ্ডা। মাৰুতী। এমি। ইত্যাদি। কৈ থাকিলে ওৰ নপৰা সাজোন। তাৰো ভিতৰত এটা ঘৰ আটাইতকৈ চকুত পৰা। জাকত-জিলিকা।' ছবিৰ মাজৰ ছবি। অনেক ফুল ফুলিছে। জাৰৰ দিন হলেও সযত্ন-পালিত দূবৰিৰ চোতাল। কোমল সেউজীয়া একোণত এজোপা সৰু আমলখিৰ গছ। আমলখিৰ ছাঁ মাটি ঢাকি নপৰে। তেনে আধা পোহৰ আধা ছাঁত এখন আৰামি চকীত এজন বৃদ্ধ মানুহ বহি আছে। ভৰি দুখন এটা মূঢ়াত তোলা। শুদ্ধ বগা কাপোৰ পৰিহিত। দীঘল দাড়ি আৰু চুলি সমানে পকা। ধকধকীয়া বগা। চুলিবোৰ কম নহয়। এটা সুন্দৰ চিকচিকনি আছে। চকুত ডাঠ চচ্‌মা। মানুহজনে এখন কিতাপ পঢ়ি আছে। অন্যথা উচ্ছল এটা পৰিবেশক এজন মানুহৰ প্ৰশান্ত ব্যক্তিত্বই এক গাম্ভীৰ্য প্ৰদান কৰিছে।

দূৰৰ পৰা চিনিব নোৱাৰিলেও মানুহজনৰ অৱস্থিতিটোৱেই মোৰ মনোযোগ আকৰ্ষণ কৰিছিল। চেহেৰাই পাতিয়ে ঋষি ঋষি লাগিছিল। কিন্তু কথা হ'ল, মোৰ সদাসন্তুষ্ট মনে দৃশ্যটো সহজভাৱে ল'ব পৰা নাছিল। ঘৰখন, চৌহদ। ফুলৰ টাবকেইটা পৰ্যন্ত, সকলোতে এটা পশ্চিম-পশ্চিম ভাব গোন্ধ। দেখিলেই ধৰিব পাৰি এইখন ঘৰৰ ল'ৰাই ইংৰাজী স্কুলত পঢ়িবই। এইখন ঘৰৰ ছোৱালীয়ে পশ্চিমীয়া সুৰ গুণগুণাবই। ড্ৰয়িংৰুমত ডেক্ থাকিবই। এইবোৰ। কিন্তু এই মানুহজন। মৰুভূমিতে কেকটাছ আৰু গোলাপ ফুল দুয়োটাই কিজানি স্বাভাৱিক। ওমৰ আৰু চেঙ্গিজ খান একে মাটিৰ ফচল হয়তো। তথাপি মোৰ অসন্তুষ্ট মন। হাফিজৰ বৃত্তান্তত তেলৰ শেইক কাবাবত হাড়।

মহেন্দ্র বৰুৱাই কথা পতাৰ আগতেই চাহৰ ফৰমাইচ দিবলৈ গ'লেই। মই পকৰী খাই ভালপাওঁ। শ্ৰীযুতা বৰুৱাই এই সমীকৰণটোত কেতিয়াও ভুল কৰা নাই। মই স্বৰ্ব আবন্ধৰাক কিছু জৰুৰীভাৱেই প্ৰশ্ন কৰিলো—উজ্জ্বল ৰঙীন ছবিথন খেলা-বগা চিয়াঁহীৰ টোপালটো ক'ৰ পৰা আহি পৰিল। বৰভোজৰ মজিয়াত সাক্ষাৎ উপবাস।

আবন্ধৰাই হাঁহিলে।

—তুমি মহেন্দ্ৰৰ ঘৰলৈ আগতেও আহিছা দেখোন দুৱাৰমান? এইটো কাৰ ঘৰ চিনি নেপোৱানে?

—ঘৰটো দেখিছো। চিনি পোৱাৰ প্ৰয়োজনবোধ কৰা নাছিলো। আজিহে ঘৰটোৱে এটা অৰ্থ অথবা আয়তন লাভ কৰা দেখিলো।

—চফিকা হাচুম্ চৌধুৰীৰ।

—সেই যে শিলালিপিলৈ লেখালেখি পঠাই থাকে?

—অ' আৰু তুমি যে একো প্ৰকাশ নকৰা। প্ৰচণ্ড খং।

—মানুহজন?

—হাচবেও। কিন্তু কথা হ'ল, তুমি চিনি পোৱা উচিত আছিল।

—কেলৈ?

——কাৰণ তোমাৰ ছাৱ। তুমিতো সুবিধা পালেই তোমাৰ তাহানিৰ ছাৰহঁতৰ গুণগানত পঞ্চমুখ। এওঁক চিনি পাবই লাগিছিল। বিখ্যাত শিক্ষক।

—মোৰ ছাৰ? কোন?

—কেৰামত দিন চৌধুৰী, অংকৰ বাঘ।

—কেৰামত ছাৰ! ছাৰতো লণ্ডৱাবাৰীৰ আৰু ছাৰটো কেতিয়াবাই গ'লগে। বিশ-বাইশ বছৰ। ফকীৰ ল'লে। কোনোবা বাহিৰৰ মাদ্ৰাছাৰ দ্বীনি তামিলৰ মোআল্লিম হ'ল। অংক এৰি মেটাফিজিক্সত ধৰিলে।

—সেইবোৰ ঠিকেইতো। এতিয়া ঘৰলৈ আহিছে।

—ঘৰ? এইটো কেনেকৈ ছাৰৰ ঘৰ?

—পুত্ৰৰ। কোনোবা বিভাগৰ ছুপাৰিণ্টেণ্ডেণ্ট। দেখা নাই কলৈছা।

মহেন্দ্ৰ বৰুৱাৰ প্ৰবন্ধ সাজু হৈয়েই আছিল। তেখেতৰ পকৰীও সাজু হৈয়ে থাকে নেকি জানো। সোনকালেই ওলাই আহিব পৰা হ'লো। ওলাই আহোঁতে আবন্ধৰাক প্ৰস্তাব দিলো, ছাৰক এবাৰ দেখা কৰি যাও। মাত এবাৰ। ওস্তাদ-দৰ্শন তীৰ্থত অৱগাহনৰ দৰে। চৰাৰ আছে। তাতে এতিয়া ছাৰ বেলেগ দৰ্জাৰ মানুহ। ধৰ্ম বস্তুটো এনেই মোৰ বেয়া নালাগে। দৰকাৰী। কিন্তু ধৰ্মত লাগি সকলো ধৰণৰ জাগতিক কৰ্মলৈ একেবাৰে পিঠি দিয়া কথাটো মই বৰ সহজভাৱে ল'বলৈ টান পাওঁ। সেইকাৰণে অনবৰত

ধৰ্মৰ কথা কৈ থকা মানুহৰ পৰা অলপ আঁতৰি থাকো। ধৰ্ম জীৱনৰ অংগ হ'ব লাগে। জীৱনক এলাগী কৰিবৰ বাবেই ধৰ্ম হ'ব নালাগে।

ছাৰক দেখাৰ লগে লগে চিনি পোৱাৰ একো উপায় নাছিল। বাটত ক'ৰবাত দেখিলে কেতিয়াও চিনি নাপালোহেঁতেন। আমি পঢ়াৰ দিনত ছাৰে সদায় পেণ্ট-ছাৰ্ট পিন্ধি ফিট্ ফাট্ হৈ থাকিছিল। নিতৌ খুৰোৱা মুখ। ওথ-পাথ, কথা কয় বেছ অভিনয় কৰাৰ দৰে। আমিটো আঁৰত দেৱানন্দ বুলিয়ে কৈছিলো। এতিয়া একেবাৰে বুঢ়া হৈ গৈছে ধক্ ধক্ বগা দাড়িয়ে-চুলিয়ে যেন শেষ বয়সৰ ৰবীন্দ্ৰনাথ। চকুত কেট্ ৰেক্ত কটা চচ্মা। তথাপি হাতত এখন কিতাপ পঢ়ি আছিল। ওচৰত ঠিয় হৈ ভাব হৈছিল যেন ছাৰৰ চাৰিফালেও কিছুমান বিষণ্ণতা বতাহত উপঙি ফুৰিছে।

—ছাৰ।

ছাৰে লাহে লাহে মূৰ দাঙি চালে। ডাঠ, ভয় লগা ধৰণে ডাঠ লেন্সৰ মাজেৰে কন্তেক মোৰ মুখলৈ চাই থাকিল। অনেক দেখা, অনেক অভিজ্ঞতাৰ চাৱনি। এনে লাগিল যেন ছাৰে আচলতে মোক চোৱা নাই। মোৰ ছাঁটোৰ মাজেদি মোৰ সুদূৰ অতীতলৈ চাই পঠিয়াইছে। এজন সঁচা ছাত্ৰৰ মুখৰ ছাঁৰ শব্দটো কি ভয়ংকৰ শক্তিমান সঁচা ছাৰসকলে মাত্ৰ বুজে।

—তুমি। তুমি চাদিক। বুঢ়া হ'লা যে। ফুটবল খেলিছিলা। দুষ্টও আছিলা। ৫২-ৰ মেট্ৰিক। নে '৫৩? তুমিতো অংকত লেটাৰ নাপালা। নিজৰ দোষত। মই বেয়া পাইছিলো। ইহঁত ক'ত? ইহঁত চন্দ্ৰ, সূৰ্য, যোগেশ, ৰমণী, দেৱ, কামিনী,বদিৰ, বেদ, জগদীশ—মনত আছে। এটা ভাল বেট্ছ। লিয়াকৎ ঢুকাল। শুনিছো। ডেকাতে। পিছে কেনৈ আহিলা? লিয়াকৎ ভাল আছিল। মনটো। পঢ়াত সিমান নহয়। তথাপি।

ছাৰে আগৰদৰে কথা কয়। খৰকৈ। কথা আগ-পিছ কৰি একোটা শব্দত মাজে মাজে লাগি ধৰে। ঠিক খোনা নহয়। এটা মুদ্ৰা।

মই সামান্য অপ্ৰস্তুত হৈছিলো। মানুহৰ স্মৃতিশক্তিতে মোৰ অগাধ বিশ্বাস আছে। কিন্তু সেই বুলি। ডুকুৰি বছৰৰ আগৰ কথা কালিৰ কথাৰ দৰে ক'ব পাৰি নেকি? অলপতে জগদীশক লগ পাওঁতে মইতো চিনিকে নাপালো। আমাৰ অফিচলৈ এটা কামত আহিছিল। দাঁতবোৰ গ'ল। লগোৱা নাই। সিও মোক চিনি পোৱা নাছিল। মোকে মোৰ কথা সুধিছিল।

—মহেন্দ্ৰ বৰুৱাৰ ওচৰলৈ আহিছিলো। তাতে ছাৰ অহাৰ কথা শুনিলো। এনেই এবাৰ চাওঁ বুলি সোমালো। ছাৰ, এইবাৰ থাকিম বুলিয়েই আহিছে নহয়। থাকক ছাৰ। আপোনালোকৰ নিচিনা মানুহ থাকিলে ঠাইখন গহীন হৈ থাকে। আমিও সাহস এটা পাই থাকো।

—নাই, যাব লাগিব বুইছা। মই মোৰ পীৰ চাহেবক কথা দি আহিছো। কাম আছে। ল'ৰাবোৰৰ আগত পৰীক্ষা আছে। যাব লাগিব। আৰু ইয়াত একেবাৰে ভাল লগা নাই।

—কেনৈ ছাৰ? থাকক। আপোনাৰ ল'ৰাই ইমান ভাল ঘৰ-বাৰী কৰিছে। সুখত ৰাখিব আপোনাক।

—সুখ? এইবোৰ কি সুখ? এইবোৰৰ একো মানেই নাই। আচল সুখ চিনিকে নাপায়। নাই, মোৰ একো ভাল নালাগে। কি আছে। কি হেৰাইছে। ই গৈ জোৰ কৈ লৈ আনিলে। ল'ৰাটো। নাতিটোৰ আকিকাত থাকিব লাগে। আহিলো। নাই একো ভাল লগা নাই। ইহঁতৰ কথাবোৰেই মই বুজা হ'লো। কি কৰে। কি মেলে। দ্বীনৰ একো খবৰ নাই। নিয়ম নাই। গান, চিনেমা, টকা। ভাল লগা নাই।

—আপোনাৰ গাটো ছাৰ···?

নাই একো ভাল নহয়। নহ'লে গলোৱেইহেঁতেন। ডায়েবেটিছ আছে। প্রষ্টেট্ এনলাৰ্জড। অলপ ভাল পাইছো। যামগৈ। তাত মই ভালে থাকো। বৰ নিয়ম। ইয়াত একো নিয়ম নাই।

এজনী মানুহ সোমাই আহিছিল। ছাৰক তছলিম কৰিছিল। ছাৰে অস্বস্তি প্ৰকাশ কৰিছিল।

—নাপায়, নাপায়। মানুহক চালামহে জনাব লাগে। তুমি ৰহিমৰ ছোৱালী নহয়নে? ভালে আছা? কেনৈ আহিলা?

—কিনো ভাল আতা। টুকাল নহয়। টকা পাঁচটা আনিছিলো। বৌজাত দিব। দোৱা কৰিব।

ছাৰে নাই-নুই কৰিছিল। সেইবোৰ কেলৈ? একেই কথা। ইয়াতে কোনোবা গৰীব মিচকিনক দিলেই হ'ল। নাইবা মছজিদত। মানুহজনীয়ে নেৰে। শেষত ছাৰে টকাকেইটা ৰাখিলে। মানুহজনী গ'লগৈ।

আমিও মাত লগাই উঠিলো।

ছাৰে হাঁহি বিদায় দি ক'লে, 'যোৱা। মন্তো যামগৈ। আহিলা বৰ ভাল পালো। মনত থকাটো বৰ ডাঙৰ কথা। পিছে নামাজ-তুলাজ পঢ়ানে? সেইবোৰ নেৰিবা। নহ'লে দুনীয়াখন শুকাই গৈ আছে বুজিছা।

আমি গুচি আহিছিলো।

কিন্তু আচৰিত হ'লো যেতিয়া দেখিলো পিছদিনা পুৱাই ছাৰ আহি আমাৰ ঘৰত হাজিৰ। প্ৰায় দুমাইল খোজকাঢ়ি আহিছে।

আথে-বেথে বহুৱালো।

—তোমাক আমনি দিবলৈ আহিলো। এটা ডাঙৰ উপকাৰ কৰা ভাই। মইতো যামগৈ। সকলোৰে ভাল হ'ব। তুমি এই উপকাৰ কৰা। মোৰ অনুৰোধ।

—কওক ছাৰ। আপুনি মোক কেলৈ অনুৰোধ কৰিব লাগিছে। আপুনি মাত্ৰ হুকুম কৰক।

—তুমি এখন আলোচনীৰ সম্পাদক?

—হয় ছাৰ। শিলালিপি।

—অ' শিলালিপি। নামটো ভাল দিছা। কালি আমাৰ ঘৰলৈ সেই কাৰণতে গৈছিলো?

—ক'ব নোৱাৰো। তুমি সঁচা কৈছাতো?

তুমি মোৰ ছাত্ৰ। নিশ্চয় সঁচাই ক'বা। পিছে, এওঁ আকৌ কৈছে, এওঁকহে লগ পাবলৈ গৈছিলো। এওঁক চিনি পোৱা। চফিকা হানুম্ চৌধুৰী। লিখে যে।

—জানো। চিনি নাপাওঁ। মই কিন্তু আপোনাৰ ওচৰলৈকে গৈছিলো।

—ভাল, ভাল। তুমি মোক ৰক্ষা কৰা ভাই।

—কি হৈছে ছাৰ?

—কি লিখেহে এইবোৰ? মই পঢ়িছো।

মানে পঢ়ি চাইছো। পুতেকেও তাকে ছপাইছে। আগ-গুৰি নাই। মটিভ নাই। মৰেল নাই. ধৰ্ম নাই। আমাৰ ট্ৰেডিশ্বনটোকে শেষ কৰাৰ কাৰবাৰ। ক'ব নোৱাৰো। লগত আছে মেল-মিটিং। তলো-তলো। কি হ'ব? আধুনিক মনে অস্বীকাৰ নেকি? সমাজ, সংস্কৃতি, দায়িত্ব।

—মই বৰ অস্বস্তিত পৰি গৈছিলে।

চফিকা হানুম্ চৌধুৰী সেইসকল লেখক-লেখিকাৰ অন্যতম যি লেখে, মেলে-মিটিঙে ঘূৰে, কিন্তু কিবা বিশেষ জীৱনবোধ বা লক্ষ্য লৈ কিবা কৰা যেন নালাগে। এওঁলোকক সহানুভূতি নিশ্চয় দেখুৱাব পাৰি। কিন্তু বিশেষ গুৰুত্ব দিব পৰা নাযায়। এওঁলোকক বাদ দি থোৱাতো কোনো যুক্তি নাই। লাগে। বৰগছৰ যেনেকৈ কাম আছে। দুবৰিৰো তেনেকৈ কাম আছে। কিন্তু··· ছাৰে কৈ আছিল....

—ৰক্ষা কৰা ভাই। তুমি সম্পাদক মানুহ। সাহিত্যিক মানুহ। তুমি পাৰা যদি এওঁক কৈ দিবা। এওঁ এইবোৰ এৰক। ঘৰখন চাওঁক। নীতি-নিয়ম, ঐতিহ্য। দাম আছে। আমাক গাড়ী লাগেই জানো? ইমান ধন লাগেনে? লগতে সাহিত্যও। মই বুজাই ক'ব পৰা নাই। তুমি বুজি পাবা। ক'বা। মই যাওঁ। যামগৈ। তোমালোক থাকিবা। চাবা।

—ছাৰ, চাহ একাপ।

—নালাগে ডায়েবেটিছ আছে। প্ৰষ্টেট্ এনলাৰ্জড। যাওঁ। পাৰিলে এইকণ উপকাৰ কৰিবা।

ছাৰ গৈছিলগৈ। মই বুজা-নবুজাৰ মাজত মনে মনে বহি ৰৈছিলো। কোনো কাৰণ নথকাকৈয়ে মোৰ যেন ভয় ভয় লাগিছিল।

# কিৰিলি

আচলতে মই জানিছিলোয়েই কি হয় আৰু সেই দিনাও কি হ'ব। তথাপি এটা অভ্যাস মতেই সময়মতে গৈছিলো। সভাৰ সময় দিছিল দিনৰ এক বজাত। তাৰ মানে দুই আঢ়ৈ বজা মানত সভা আৰম্ভ হ'ব পাৰে। তথাপি মই ঠিক এক বজাতে গৈ পাইছিলোগৈ।

আৰু মই আশা কৰা মতেই স্কুল ঘৰখনত কোনো নাছিল। ইফালে সিফালে বিচাৰি চকীদাৰ ল'ৰাটোক লগ পালো। সোধাত সি ক'লে, বোলে সভা এখন হোৱাৰ কথা আছে। প্ৰধান শিক্ষকে তাক আগদিনাই সভাঘৰৰ বেঞ্চ-টেঞ্চবোৰ চিজিল লগাই থ'বলৈ নিৰ্দেশ দি গৈছে। সিও সেই মতেই সকলো ঠিক কৰি থৈছে। মানুহহে তেতিয়ালৈকে কোনো নাই অহা। দেৰিকৈ আহেই। কেইজনমানতো আহি পাওঁতে সভা ভাগেগৈয়ে।

মোক সি সভাখলিৰ বেঞ্চতে বহিবলৈ ক'লে। চেহেৰাই-পাতিয়ে মোক সি সভাপতি বিশিষ্ট অতিথি জাতীয় কোনো নহয় বুলিয়ে ছাগে ধৰি লৈছে। কেবাখনো চকী থকা সত্বেও নহ'লে মোক বেঞ্চতহে বহিবলৈ ক'ব কেলৈ ?

আৰম্ভতে কোৱা কথাখিনি আমাৰ বৰ সঁচা কথা যদিও, সেইদিনা ঘটনাবোৰ কিন্তু অলপ বেলেগ ধৰণেৰেহে হৈছিল। যিখন স্কুললৈ মই সেইদিনা গৈছিলো, অনিবাৰ্য কাৰণত উদ্যোক্তাসকলে সেইদিনা পুৱাই সভাৰ স্থান এক কিলোমিটাৰমান দূৰৰ আন এখন স্কুললৈ স্থানান্তৰিত কৰিব লগা হৈছিল। সকলোকে জনাইছিলেও। ঘটনাক্ৰমে মোলৈ পঠোৱা খবৰ মইহে সময়মতে নেপালো। হেড্ মাষ্টৰেও খবৰ পাইছিল। পিচে তেওঁ চকীদাৰক জনোৱাৰ কোনো প্ৰয়োজন বোধ কৰা নাছিল। গতিকেই এই বিড়ম্বনা।

এক বাজি পোন্ধৰ মিনিট গ'ল।

কাৰো দেখা দেখি নাই। চকাদাৰ ল'ৰাটোক মাতি সুধিলো।

—তুমি ঠিক জানা, ইয়াত সভা আছিল ?

—হেড্ছাৰেতো মোক কালিয়ে কৈছিল। কিবা ৰাইজৰ সভা। স্কুলৰ নহয়। হেডছাৰ কৰবালৈ যাব লগা আছে। নাহিব। মোক কি কি কৰিব লাগিব কৈ গৈছে।

আৰু খন্তেক বাট চোৱা যাওক বুলি বহিলো। মোৰ অৱস্থা বুজি চকীদাৰ ল'ৰাই ফুখন তামোল দি গ'ল। তামোল হেনো বিৰক্তিৰ মহৌষধ।

বেঞ্চত বহি বহি দুৱাৰেৰে বাটলৈ চাই আছিলো। প্ৰতিজন মানুহ লক্ষ্য কৰিছো।

কোনোবা কিজানি সভালৈ আহেই। দুই এজনে চাই চাই গৈছে। চোৱাৰ কিবা এটা কাৰণ থকা যেন লাগিছে। ধৰিব পৰা নাই। এনেতে দেখিলো বাটেদি হৰেক-মাল এটা গৈছে লাহে লাহে। পুৰণি চাইকেলৰ আগে-পিচে হৰেক মালৰ পৰ্বত প্ৰমাণ বোজাই। অভাৰ-লোড। একেবাৰে ডেকা ল'ৰা। সোতৰ ওঠৰ বছৰ বয়স। গাত সাধাৰণ চাৰ্ট পেণ্ট। ভৰিত হাৱাই চেণ্ডেল। কিন্তু এটা কাৰণত মোৰ মনোযোগ আকৰ্ষিত হ'ল।

মই দেখিলো ল'ৰাটো কিছু দূৰ গৈ আকৌ ঘূৰি আহিল। স্কুলখনলৈ চাই চাই লাহে লাহে আকৌ অহা বাটেদি উভতি গ'ল। কেনিবা যাম বুলি আহিছিল চাগৈ। এতিয়া মন সলাই আন এফালে যোৱাৰ কথা ভাবিছে। সিহঁতৰতো ঘূৰি ফুৰাই কাম। মানুহৰ কিবা এটা সৰু বস্তু দৰ্কাৰ হোৱা আৰু ঠিক তেতিয়াই তাত গৈ ওলোৱা—এই সংযোগটোৰ সন্ধানেই ইহঁতৰ জীৱন। মই এনেয়ে ভাবিলো।

কিন্তু মোক এইবাৰ বাৰুকৈয়ে উৎসুক কৰি ল'ৰাটো আকৌ উভতি আহিল। একেই লাহে লাহে। স্কুললৈ চাই আকৌ পাৰ হৈ গ'ল। অভ্যাসৰ কথা। মই দেখো মানে ওচৰে-পাজৰে চালো। আকৌ ল'ৰাটোৰ ক'ৰবাত এজনী ছোৱালী থাকিব পাৰে। নাই। আকৌ ল'ৰাটোলৈ চালো। দেখিলো ল'ৰাটো ঠিক আগৰ ঠাইৰ পৰা আকৌ ঘূৰি আহিল। তাৰ মানে বেলেগ কিবা কথা আছে আৰু সেয়া স্কুলক লৈ বা মোক লৈ। চকীদাৰ ল'ৰাটো নাই।

এইবাৰ ল'ৰাটো পাৰ হৈ নগ'ল। স্কুলৰ পদূলিতে চাইকেলৰ পৰা নামিল। আৰু বৰ লাহে লাহে সোমাই আহিল। তাৰ প্ৰতিটো খোজত যেন অনেক আশা, অথচ নিৰাশ। চাইকেলখন গছ এজোপাত ভেজা দি থিয় কৰাই থলে। এবাৰ বৈ চাইনবোৰ্দখন ভালকৈ পঢ়িলে। তাৰ পিচত পোনে পোনে কোনোবা চিনাকি মানুহৰ ওচৰলৈ অহাদি মোৰ ওচৰলৈ আহিল। ল'ৰাটো ওখ পাখ। শকত-আৱত নহয় বৰং ক্ষীণেই। চকু-মুখত কঠোৰ পৰিশ্ৰমৰ চিন। এনে মানুহৰ স্বাস্থ্য কেনেকুৱা ঘপকৈ ধৰিব নোৱাৰি। মানুহ দেখিবলৈ ফুলোৱা বেলুনটোৰ দৰেই হলেই স্বাস্থ্যবান বুলি ভৱা শ্ৰেণীটোত অন্ততঃ মই নাই।

চুচুক চামাককৈ ল'ৰাটো মোৰ ওচৰলৈ আহি ৰ'ল। আৰু সসঙ্কোচে কলে—এটা কথা আছিল।

মই ভাল আচৰিতেই হৈছিলো। ল'ৰাটোৰ মোৰ লগত কি কথা থাকিব পাৰে তাৰ কোনো ধাৰণা মোৰ মনৰ চুকে কোনেও নাছিল।

কি কথা ?

তথাপি আচৰিত হোৱা যেন নেদেখুৱাই কোমলভাৱেই সুধিলো। কোমল বস্তু

সহজে সৰকি যায়। মই জানো এনেকুৱা ক্ষেত্ৰত সাৱধান হ'ব লাগে। সাৱধানৰ মৰণ নাই। সাৱধান হলোও। কিন্তু এটা কথা ভাবি দুখ লাগে। সংসাৰখনতো বিশ্বাসত চলি থাকে। আজি-কালি দেখোন কতো বিশ্বাস নোহোৱা হ'ল। অবিশ্বাসেই যেন খবৰ। অবিশ্বাসতে কৃতিত্ব।

ইয়াত মেট্ৰিক পৰীক্ষাৰ বিজাণ্ট চিটখন চাবলৈ পামনে বাৰু?

লোৱা এতিয়া।

কথা ঠিকেই। মাত্ৰ দুদিন আগত মেট্ৰিকৰ ফলাফল ঘোষণা কৰা হৈছে। স্কুলখনত নিশ্চয় বিজাণ্ট চিট থাকিব যদিহে প্ৰধান শিক্ষকে ঘৰলৈ লৈ যোৱা নাই। কিন্তু এটা ফেৰিৱালাক সেই খবৰ কেলৈ? আদাৰ বেপাৰীক জাহাজৰ খবৰ? অৱশ্যে তাৰ কোনোৱা ভাই-বন্ধুৰ খবৰ তাৰ জানিবৰ মন যাব পাৰে। কিন্তু এনেকৈ—মই একো ধৰিব পৰা নাছিলো। প্ৰেমিকা নেকি? তেতিয়া অৱশ্যে বহুত কথাই আহি যাব। পাছ কৰিলে ভালো পাব পাৰে, সমস্যাও হ'ব পাৰে।

তথাপি শান্তভাৱেই কলো, চোৱা ভাই মই ইয়ালৈ সভা এখনৰ বাবেহে আহিছো। মানুহ গোট খোৱা নাই কাৰণে বহি বাটহে চাইছো। বিজাণ্ট চিটখন আছে নে নাই মইতো ক'ব নোৱাৰিম।

ঠিক এনেতে দূৰত চকীদাৰ ল'ৰাটোক দেখি হাত বাউল দি মাতিলো। সি অহাত ফেৰিৱালাৰ হৈ মই তাক কথাখিনি বুজাই কালো। চকীদাৰ বেছ কম বয়সীয়া ল'ৰা। ফেৰিৱালাৰ সমানে হ'ব। সি বেছ উৎসাহিত হৈ উঠিল। ছাৰহঁত নেথাকিলে সকলো চকীদাৰেই স্কুলৰ কৰ্ত্তা হৈ যায়, ল'ৰাৰ ওপৰতো, স্কুলৰ ওপৰতো।

আছে, আছে। হেডছাৰৰ ডেৰাজতে আছে। আহা, আহা, মই উলিয়াই দিম।

সিহঁত অফিচ ঘৰলৈ গ'লগৈ।

পিচে খন্তেক পিচতে দুয়ো আহি আকৌ মোৰ ওচৰ পালেহি।

চকীদাৰ ল'ৰাটোৱেই ক'লে—মই এইবোৰ চাব মেলিব নেজানো। এৱেঁা একো নেজানে। আপুনিয়েই পাৰে নেকি চাই দিয়কচোন। এনেই বৈ বৈ আপোনাৰ আমনিও লাগিছে কিজানি।

ল'ৰাটো চালাক। মোৰ হাঁহি উঠিল।

কিতাপ এখনৰ আকাৰৰ বিজাণ্ট চিটখন লুটিয়াই বগৰাই চালো। বিশেষ অসুবিধা একো নাই। সহজেই চাব পাৰি।

কাৰ বিজাণ্ট?

মোৰ।

মই ফেৰিৱালা ল'ৰাটোৰ মুখলৈ চালো। সি তলমূৰ কৰিলে। তাৰ নাকৰ পাহীত উত্তেজনা। এতিয়া তাক প্ৰথমে দেখাতকৈ ধুনীয়া দেখাইছে। সক দেখাইছে।

তুমি মেট্ৰিক দিছিলা ?

হয়।

এইবোৰ কৰিও ?

হয়।

পাৰিলানে ?

বহুত কষ্ট কৰিব লগা হ'ল। তথাপি দিছিলো। মোৰ মা বিধবা আছিল। দেউতা সৰুতেই ঢুকাল। যোৱা বছৰ মাও-ঢুকাল মোৰ বৰ আশা আছিল, মই যেন অন্ততঃ মেট্ৰিকটো পাছ কৰো।

তাৰ যেন বহুত কথা ক'বলৈ আছে। অকণমান সুৰুঙা পায়েই সেইবোৰ নিজে নিজে ওলাই আহিছে কিন্তু সি আত্ম সম্বৰণ কৰিলে। বৈ গ'ল। মই তাৰ মুখলৈ চালো।

এইবাৰ দেখিলো তাৰ মলিয়ন সাজপাৰ, শুকান চেহেৰাৰ মাজতো যেন কিবা এটা জিলিঙনি আছে। হয়তো আশাৰ। হয়তো সংকল্পৰ।

: চেণ্টাৰ কি ?

: মৰিগাওঁ।

: ৰোল ক'ড।

: ৩১২—'ক'।

: নাম্বাৰ।

: ২১৬।

মই চালো। ২১৫ আছে। ২১৭-ও আছে। ২১৬ নাই।

এই এটা খবৰ মানুহক দিয়া কিমান টান দিব লগা নহ'লে বুজিব নোৱাৰি। তথাপি ক'লো—২১৬ টো নাই দেখোন। তুমিও এবাৰ চোৱাচোন।

সি চালে। ভালেমান পৰ চায়ে থাকিল। তাৰ পিচত মাটিত বহি বহিল। আঁঠু দুটাৰ মাজত মূৰটো গুজি দিলে। মই দেখিলো তাৰ পিঠিখন কঁপিছে। সি কান্দিছে।

বৰ অস্বস্তিকৰ এটা অৱস্থা। তথাপি তাক বুজনি দিবলৈ যত্ন কৰিলো।—নেকান্দিবা বুজিছা। পাছ-ফেল থাকেই আৰু। আকৌ দিবা। তোমাৰ মনৰ জোৰ আছে। কষ্ট কৰিব পাৰা। আকৌ দিবা। কান্দি কি লাভ।

সি কান্দিয়ে থাকিল। মইনো আৰু কি কৰিব পাৰো। কি কৰিব পাৰো।

—তুমি দুখ নকৰিবা বুইছা।

ল'ৰাটোৱে মূৰ তুলি চালে। তাৰ চকু ৰঙা পৰিছে। গাল দুখন সেমেকা। কিমান সোনকালেঁ মানুহ মানুহৰ ওচৰ চাপি যায়। সি অন্তৰঙ্গভাৱে মোক কৈ গ'ল।

—ইমান খাটিলো। আৰু মই ফেল কৰিলো। অথচ সিহঁতে পাছ কৰিলে। ২১৫, ২১৭। মোৰ লগতে বহিছিল। কিতাপ ফালি ফালি আনি লিখিছিল। সিহঁতে পাছ কৰিলে। মই ফেল কৰিলো মানুহে বাৰু নেদেখে। ভগবানেও নেদেখেনে ?

মই থৰ লাগি বৈ গৈছিলো। শিক্ষা জগতৰ এখন বিকৃত ছবি মই যেন চকুৰ আগত দেখিছিলো। মোৰ ভয় লাগিছিল।

এজন ডেকা ল'ৰা স্কুটাৰেৰে আহি মোৰ ওচৰ পাইছিলহি।

—ছাৰ, সভা তাতহে হ'ব। আপোনাক মাতিছে।

—মই ইয়াত আছো বুলি কেনেকৈ জানিলা ?

—কোনোবাই দেখি গৈ কৈছে, ছাৰ। মোক পঠিয়াই দিছে। আহক ছাৰ।

—তুমি আগবাঢ়া, মোৰ চাইকেল আছে।

মই বোধহয় ৰক্ষা পৰিছিলো। ন'হলে কিজানি সেই অচিনাকি ল'ৰাটোৰ লগত ময়ো কান্দিবলৈ আৰম্ভ কৰি দিব লগা হ'লহেঁতেন।

# গোঁ-গোঁ

একুৰি বাৰ-তেৰ বছৰীয়া এটা সকলৰ অভ্যাস। পুৰণি শত্রুৰেই অভ্যাস হৈ যায়। এয়াতো বন্ধুৰৰ কথা। বন্ধু বৰ আপোন হৈ যায়। পিছে নতুন যোৱাৰীজনীয়েনো এইবোৰ কথা ক'ব পৰা জানিব! বীমা ৰেখাক দোষ দিয়াৰ মন মোৰ নাই। একো কাৰণো নাই। কিন্তু তাইৰ কথা মানি লৈ কিবা এটা কৰা মোৰ বাবে টান হ'ব। ন-ছোৱালীৰ কথালৈ কাণ-সাৰ নকৰাটো কেতিয়াও ভাল কথা হ'ব নোৱাৰে।

বীমা ৰেখাইনো সেইবোৰ এই বসয়ত কেনেকৈ বুজিব। নিজগাল এখন সংসাৰৰ পৰা ওলাই আহিছে। আমাৰখন ঘৰ বিচিত্র। আমনি পাব কাঠৰ চকিত চিন যোৱা মানুহে চোফাত বহিও আহুকাল পায়। তাই খাপ খাবলৈ সময় ল'বই। তাই এভিয়া কথাবোৰ যেনেকৈ ভাবিছে, তাইৰ অৱস্থাত হোৱাহেঁতেন ময়ো তেনেকৈয়ে ভাবিলোহেঁতেন। বৰকৈ হতাশ অথবা বেছিকৈ আশা কৰা মানুহেই দোল-কইতিতো বিশ্বাস কৰে। মাকেও কিজানি তাইক দড়াই-দড়াই কৈ গৈছে। মোকেই তেওঁ দহোকুৰি খাটমি ধৰি প'ল। মানুহটো থাকক। আপত্তি নাই। জীয়া মানুহ এটা জগা কাঠ আঁতবোৱাদি আঁতবাই বুজিয়ে আঁতৰাব নোৱাৰি মহয়। তথাপি একেবামান যেন আঁব-যেৰ কৰা হয়। সেয়া নিশ্চয়কৈ পাবি। ওলাওতে সোমাওতে দেখি থকাটো। ঈশ্বৰে নকৰক। একো কৰওতো নোৱাৰি। বেয়া এটা হ'বলৈ কত পৰ লাগিছে। তাতে গাত লেঠা থকা ন-ছোৱালীৰ কথা। এনে মানুহৰ মন লাজুকীবনৰ পাতৰ দৰে বতাহতে জয় পৰা বিধৰ হয়। জয় পৰা মনক লৈয়ে সদায় ভয়। ডুবৰিৰ হেঁচাত হাতী নমৰে, পকৰাৰেলৈ টান।

মই জুইয়ো কৰিব পৰা নাই। নাতিয়েই হওক নাতিনীয়েই হওক সংসাৰলৈ আহিবলৈ লোৱাটো জানি কোমোৰাটো যেন নিপোটল হৈ আহক। ক'ৰবাত কিবা অকণমান ঘূণ লৈ আহিবলৈ হ'লে মই নিজক হমানৰ্থিনৰ পিচত ক্ষমা কৰাটো টান হ'ব। হাজাৰ নিজকে আজিৰ মানুহ বুলি ফুলি নেথাকোঁ, হাজাৰ যুক্তিৰে এইবোৰ অৰ্থহীন বুলি খণ্ডন নকৰোঁ, চেতনাৰ ভিতৰৰ কোনোবা এখিনিত অবুজন কিবা অকণমান বৈ যায়েই। তেল-চিকটি মুগুচে। বৰমোহা দাগ।

কিন্তু মই কি কৰিব পাৰোঁ?

আৰু মইনো কেনেকৈ কৰিব পাৰো?

মইতো একো পাহৰা নাই। পাহৰিমেই বা কেনেকৈ। নতুন নতুন আহিছোঁ ভেতিয়া এইখন ঘৰলৈ। আৰু কি ঘৰ। সক এখন ঘৰৰ পৰা আহিছোঁ মই। অলপতে বুকু কঁপে।

মিহিকৈ ক'লেও মাতবোৰ ভাঙৰকৈ ওলোৱা যেন লাগে। ঘৰখনত ইফাল-সিফাল কৰিবলৈ সংকোচ। দুৱাৰবোৰ প্ৰাচীৰ। কিবা হয়। কোনো বা কি ভাৱে। ইমানবোৰ চকুত ইমান কৌতুক। নে কৌতূহল? এতিয়া এই ঘৰখন নিমাও-মাও। ৰিঙা। মানুহ কম বাবে ঘৰখন বেছি ডাঙৰ হৈ গৈছে। কিন্তু তেতিয়া যেনিয়ে চোৱা যায় তেনিয়ে মানুহ। ননদেই চাৰিজনী। ৰৰজনাইত। দেওৰইত। শাহু-শহুৰ। আওহী-বওহী। খা-খবৰ। আহ-যাহ। দিনতো, নিশাও। আপোনাতকৈ আপোনাৰ নিচিনা মানুহৰ লেখ বেছি। পুৰণি-চহকী মানুহৰ ঘৰৰ সেই লক্ষণেই। বোৱাৰীৰ কৰ্তব্য সম্পৰ্কত খোজে-খোজে নিয়মাৱলীৰ পৃষ্ঠা। এনে লাগে যেন কাঁইটীয়া হাবিৰ বাটেৰে গৈ থকা হৈছে। কেনি ক'ত খোঁচা-বিন্ধা আঁচোৰ ঠিকনা নাই। অতি মৰমেৰে কোৱা কথায়ো চুই যায় মনৰ কোমলত।

তথাপি সেইবোৰ পাৰিছিলো। কিন্তু একেবাৰেই পৰা নাছিলো গোঁ-গোঁক সহ্য কৰিব।

প্ৰায় চাৰিফুটমান ওখ। অলপ বেছিকৈয়ে ক'লা, দাঁতবোৰ মুখ জপাই থলেও জকজককৈ বাহিৰলৈ ওলাই থাকে। আকাৰ সমান নহয় আৰু বেঁকাবেঁকিকৈ গজা। মাজত ফাঁক। এটা চকু টেলেকা। এটা সৰু। চকুৰ ৰং ৰঙা। চুলিবোৰ কুটুলা-কুটুল। মানুহটো ফেৰেকা। হাত দুখন আজানুলম্বিতৰ ঠিক বিপৰীত, কঁকালতে পৰা। মাংস পেশীবোৰ বৰ এক ধৰণৰ। গাত চৰ্বি নাই। কিন্তু এনেই থাকোতেও পেশীবোৰ টোপোলা বান্ধি থকাৰ দৰে থকা। দেখিলে অস্বস্তি লাগে। কিন্তু অস্বস্তি লগাৰ প্ৰধান কাৰণটো হ'ল মানুহটোৰ গোটেই গাত চৰকা-চৰক বগা বগা দাগ। বৈপৰীত্যৰ গুণত বগা আৰু ক'লা দুয়োটা বৰণেই অস্বাভাৱিক ধৰণে বেছি-বেছি যেন লাগে। এই সকলোবোৰৰ ওপৰত আৰু এটা কথা হ'ল মানুহটোৱে কথা ক'ব নোৱাৰে। গোঁ গোঁ ধৰণৰ শব্দ কিছুমান মাত্ৰ কৰিব পাৰে। তাকে সি ইমান খৰকৈ আৰু অদ্ভুত ধৰণে কৰে যে শুনি থাকিলে কিবা লাগি যায়। আৰু তাৰ সন্মুখত যেয়ে আহি নপৰক তাৰ বিশিষ্ট ভাষাৰে সি অনৰ্গল নানান কথা ক'বলৈ লাগি যায়। লগে লগে হাঁহি।

তেতিয়া মই পলাই ফুৰিবলৈ যত্ন কৰিছিলো। মোৰ ভয় লাগিছিল। আৰু ক'ব নেপায় যদিও মই ক'বই লাগিব—তালৈ মোৰ ঘিণ লাগিছিল। অথচ সি যেন মোক প্ৰায় খেদি ফুৰিছিল। দুৱাৰৰ বাহিৰ হলেই আহি পাব। মোক যেন একো এটা কামেই চুবলৈ নিদিব। কৰিব খুজিলেই গোঁ-গোৱাই উঠিব। আং-বিং কৈ নানা কথা কৈ কামটো কৰি দিব।

এ'দিন কিন্তু মই দস্তুৰমত কান্দিব লগাত পৰিছিলো। আমাৰ জীয়াৰী-বোৱাৰীৰ কিছুমান গোপন কথা থাকে। আজিকালি কমিছে যদিও নাইকিয়া হোৱা নাই। সেইবোৰ

আমাৰ হয়তো অকাৰণ লাজৰ কথা। তথাপি। যেনে, তলত পিন্ধা কাপোৰ কেইপদ অলপ লুকাবাই চকুত নপৰা ঠাইত মেলা হয়। কোনো মানুহ যাতে সেইফালে খিতাতে নেযায়। তলেদি যাব লগা হ'লেতো বেয়া কথাই হয়। নতুন ঘৰতো তেনে ঠাই আছিল। গা-পা ধুই এদিন চৰিয়াত তেনে কাপোৰ দুখনমান লৈ মেলিবলৈ লৈছো। ক'ৰ পৰা যে গোঁ-গোৱাই গোঁ-গোঁ আহি ওলালহি ক'বই নোৱাৰিলোঁ। আং বিং কৈ বুজালে যে পিচল ঠাইত বেঙা মেলি ওখ ভঁৰাত কাপোৰ মেলাতো মোৰ বাবে বেয়া কথা। আৰু থপিয়াই চৰিয়াটো লৈ কাপোৰ মেলাত লাগি গ'ল। তাৰ ইংগিতময় ভাষাৰ কথাবোৰ বুজাত মোৰ একো অসুবিধা হোৱা নাছিল। কিন্তু সংস্কাৰযুক্ত মনত তেতিয়া মোৰ পৃথিৱীৰ লাজ। গালত নাকত সৰিয়হ ফুটিছে। দোৰী পলাই আহি বিচনাত পৰি উচুপিছিলো। এওঁ বহি কিবা লিখা কাম কৰি আছিল। অনেক কুটৰাত কথাবোৰ ক'ব লগা হ'ল। তেওঁৰ কিন্তু খং উঠাও নেদেখিলোঁ। চিন্তিত হোৱাও নেদেখিলোঁ। বৰং সামান্য আমোদহে পোৱাৰ দৰে হাঁহি এটা মাৰি ওলাই গ'ল। তেতিয়া কিন্তু মোৰ সঁচাই খং উঠিছিল।

আবেলি এবেঁ ময়ে বাৰাণ্ডাত বহি আছিলো। মোৰ মন গধুৰ। এবেঁ নানা পাতল কথা কৈ মোৰ মন পাতলাব খুজিছিল। দুপৰীয়াৰ কথা যেন মনতে নাই। মতা মানুহৰ কথা। মাইকী মানুহক সৰু ল'ৰা-ছোৱালীৰ দৰে ভুলাব পাৰি বুলি ধৰি লোৱা অভ্যাস। গোঁ-গোঁৰ কথা এওঁ এবাৰো উলিউৱা নাছিল। মইতো উলিয়াব নোৱাৰোওঁ। অভিমানৰ কথা। কিন্তু হঠাৎ। গোঁ-গোঁ কুকুৰ খুজিয়াত আহি আমাৰ ওচৰ পালেহি। আৰু কথা-বতৰা নাই, মই নৌ টলকোতেই মোৰ ভৰিৰ ওচৰত ধৰি অনা আধামৰা ডাঙৰ পকৰা এটা থলে। আৰু নিজে ভৰিৰে মাটিত মোহাৰি মোক তেনেকৈ পকৰাটো মাৰিবলৈ ইংগিত দিলে। মুখেৰে অনৰ্গল কিবা কৈ আছে। মই চকিতত এবাৰ তাৰ চকুলৈ চালো। সজীৱ কাকণ্য আগতে মই দেখানাছিলো।

বহুত সময় আমি মনে মনে বহি আছিলো। অবোধ ভাষাৰে নানা কথা কৈ কৈ গোঁ গোঁ গৈছিলগৈ।

তাৰ পিচত লাহে লাহে এওঁ মোক গোঁ-গোঁৰ কথা কৈছিল। শহুৰে তাক নৈৰ ঘাটৰ পৰা তুলি আনিছিল। কোনোবা অভাগী মাকে সম্ভৱতঃ নৈত পেলাই দিবলৈ আনিছিল। কিন্তু মনে নসহাত ঘাটতে এৰি থৈ গ'ল। এৰি থৈ গ'ল মানে বোধহয় নিজেই নৈৰ বুকুত হেৰাই গ'ল।

শহুৰ দেউতাই তাক তুলি-তালি ডাঙৰ-দীঘল কৰিলে। কিন্তু সি কেনেকুৱা এটা মানুহ হৈ ডাঙৰ হ'ল। নকলে ভুল হ'ব, ঘৰখনেই তাৰ মন, প্ৰাণ, ধ্যান। ঘৰখনৰ একান্ত ভক্ত। ওৰেদিন উশাহ নসলোৱাকৈ যাৱতীয় কাম নিয়াৰিকৈ কৰি যায়। হাতখন ভাল। কামবোৰ ধুনীয়া হয়। সকলো কথা বুজিও পায়। সামান্য ইংগিতেই যথেষ্ট। আনকি

। প্ৰয়োজনত বজাৰৰ পৰা বস্তুও আনি দিব পাৰে। কিন্তু কথা হ'ল, তাক কোনেও সহজভাৱে ল'ব নোৱাৰে। আৰু, ঘৰৰ মানুহে, বিশেষকৈ এওঁ বা শাহুৱে তাক সামান্য অৱহেলা কৰিলেও সি মনত বৰ দুখ পায়। লুকাই লুকাই কান্দে।

ময়ো সেইদিনা আকৌ এবাৰ কান্দিছিলো। অৱশ্যে দেখাকৈ নহয়। মনৰ ভিতৰতে। ইন্দ্ৰজালৰ দৰে চকিতত মোৰ গোঁ-গোঁলৈ অকণো ভয় নলগা হৈ গৈছিল। ঘৃণাৰ সলনি আচৰিত ধৰণৰ এটা মৰম অনুভৱ কৰিছিলো তাৰ প্ৰতি। এতিয়া সি কিবা ভুল কৰিলে আপোন দেওৰ অথবা ভাইৰ দৰে তাক খং কৰিব, বকিব পৰা হৈ গৈছিলো। সি খেকখেকাই হাঁহে। বয়সত সি মোৰ প্ৰায় সমানেই। এওঁতকৈ অলপ সৰু। বীমাৰেখাহঁতে ইমানবোৰ কথা কেনেকৈ জানিব তাইক এবাৰ বুজাই ক'ব লাগিব। বীমাৰ স্বামী মোৰ একমাত্ৰ পুত্ৰ। সৌৰকান্তি আমাৰ বিয়াৰ পাঁচ বছৰত উপজিছিল। মানুহে জানে সৌৰকান্তি পঢ়া-শুনাত কিমান তীখৰ আছিল। আৰু তাৰ চেহেৰাটোৰ বাবেইতো তাৰ নাম সৌৰকান্তি ৰখা হৈছিল। এওঁলোকৰ পৰিয়ালটোৱেই ধুনীয়া চেহেৰাৰ মানুহৰ পৰিয়াল। কিন্তু মানুহে কয় সৌৰ হেনো অনেক নক্ষত্ৰৰ মাজত সূৰ্য। ..... বীমাৰেখাই সকলো কথা মনোযোগেৰে শুনিছিল। গাত বুজ থকা ছোৱালী। শুনি কথাবোৰ ভাৱিছিল।

শাহুৱেকে কোৱা কথাবোৰ হয়তো সঁচা, হয়তো নিশ্চয়েই তাই এইবোৰ কথা ভাবিবই নেপায়। এইবোৰ ভুল ধাৰণা বুলি তাই নজনাও নহয়। মানুহে কয় গৰ্ভৱতীৰ শোৱনি কোঠাত সুন্দৰ কেঁচুৱাৰ ছবি আঁৰিলে নৱজাত সন্তান হেনো ধুনীয়া হয়। সঁচা হোৱাহ'লে ঘৰে ঘৰে মাৰ্ফি-গ্লেক্সো বেবী ভৰি গ'লহেঁতেন। ওলাওতে সোমাওতে দেখি থকা মানুহৰ চেহেৰা-পাতিৰ প্ৰভাৱ সম্ভাব্য শাতকৰ ওপৰত পৰা হ'লে আমেৰিকা আফ্ৰিকাত শ্বেতাঙ্গৰ ঘৰত কৃষ্ণাঙ্গ, কৃষ্ণাঙ্গৰ ঘৰত শ্বেতাঙ্গ এটা দৈনন্দিন হ'লহেঁতেন।

তথাপি তাইৰ মনে মনা নাছিল।

সকলোৱেই কয়। বিশেষকৈ তাইৰ মাকে দঢ়াই দঢ়াই কৈ গৈছে অমঙ্গলীয়া। যেনে বস্তু তেনে ছাঁহে পৰিব। এনেকুৱা এটা মানুহ অনবৰত দেখি থকাটো কেতিয়াও ভাল হ'ব নোৱাৰে। জোৰ'য়েকক নিজেও কৈ গৈছে। বীমাৰেখাকো জোৰ দিবলৈ সঁকিয়াই গৈছে।

বাপেকৰ যি অভিজ্ঞতা সৌৰকান্তিৰ সেয়া নাছিল। নিতান্তই এটা গতানুগতিক সাধাৰণ সম্বন্ধ গোঁ-গোঁৰ লগত। সৌৰকান্তিয়ে সৰুৱে পৰা বাহিৰে বাহিৰেই থাকি পঢ়া-শুনা কৰিলে। এতিয়াও তাৰ চাকৰিটো নিশাহে ঘৰলৈ অহা বিধৰ। দ্বিতীয়তে সি হ'ল মাজৰ চামৰ মানুহ। এই চাম মানুহৰ পাৰস্পৰিক সম্বন্ধ একেবাৰে নথকাও নহয়, বৰ নিবিড়ো নহয়। ইয়াৰ পিচৰ নতুন চামৰ পাৰস্পৰিক সম্বন্ধবোৰত আৱেগৰ পৰিমাণ

নিচেই কম। বা নাই। সৌৰকান্তিৰ চামৰ মানুহে গোঁ-গোঁক নিৰ্বিকাৰভাৱে চপায়ো ল'ব পাৰে। দূৰো কৰি দিব পাৰে।

গতিকে ৰীমাৰেখাই বেছি জোৰ দিব লগা নহ'ল। বেছি একো নভবাকৈয়ে সৌৰকান্তি সক্ৰিয় হৈ উঠিল। তাতে তাক কওঁতে ৰীমাৰেখাৰ চকুপানী ওলাইছিল। সেয়া সহ্য কৰাৰ সামৰ্থ্য সৌৰকান্তিৰ নাছিল। সাধাৰণতে দেখা যায়, আৱেগহীন মানুহ বিবেচনা-হীনো হয়। কিয় এনে হয় বুজা কঠিন। কাৰণ যুক্তিবাদী মানুহহে আৱেগহীন হ'ব লাগিছিল। সম্ভৱতঃ আৱেগ বৰ্জন কৰিবলৈ গৈ এওঁলোক আচলতে যুক্তিহীন অন্য কোনো অদৃশ্য আৱেগৰ চিকাৰ হৈ পৰে।

মাকৰ কথালৈ অকণো কাণসাৰ নকৰি সৌৰকান্তিয়ে গোঁ-গোঁৰ কাৰণে সিহঁতৰ সুবিশাল চৌহদৰ সুদূৰ কোণত এজোপা ডাঠ বাঁহ গছৰ সিফালে এটা সৰু জুপুৰি ঘৰ সজাই দিলে।

গোঁ-গোঁক নিৰ্ভুলভাৱে বুজাই দিয়া হ'ল যে এতিয়াৰ পৰা সি তাত থাকিব লাগিব। আগৰ দৰে চোতালৰ মূৰৰ গুদাম ঘৰত থাকিব নোৱাৰিব। ককাকৰ দিনত সি নিচেই সৰু আছিল। বৰঘৰৰ মজিয়াত ৰাতি মাটিতে পৰি থাকিছিল। বাপেকৰ দিনত সি ডেকা। তেতিয়াই তাৰ গুদাম ঘৰত শোৱাৰ ব্যৱস্থা হৈছিল। আৰু এতিয়া বাঁহনিৰ তল। তাক নিৰ্ভুলভাৱে এইটোও বুজাই দিয়া হ'ল যে ৰীমাৰেখা মাতৃ হ'বলৈ ওলাইছে। এতিয়া তেওঁ তাক দেখি থকাটো বিপজ্জনক। কাৰণ কেঁচুৱাৰ গাত কিবা দোষ থাকিব পাৰে। সি যেন ৰীমাৰেখাক নিজৰ চেহেৰাটো দেখুৱাই নেথাকে।

সি সকলো বুজিছিল আৰু তৎক্ষণাৎ বুজিছিল। মুহূৰ্ততে মানুহটো যেন কেঁকুৰি কোঁচ খাই গৈছিল। বৰ দুৰ্বল, বহুত বুঢ়া। আৰু তেতিয়াৰ পৰা মাত কোনেও শুনা হৈ গৈছিল। সহজে নেদেখা হৈ পৰিছিল। আঁতৰে-আঁতৰে বাৰীত দিনৰ দিনটো কাম কৰি কটায়। দুপৰীয়া সকলোৱে খাই-বই ঘৰখন নিজান হ'লে চোৰৰ দৰে আহি ৰান্ধনি ঘৰৰ পৰা নিজৰ খোৱাখিনি লৈ যায়। এমাহ মানৰ পিচৰ পৰা সৌৰকান্তিৰ মাকৰ একান্ত বাধা সত্ত্বেও সি নিজেই ৰান্ধি খোৱা আৰম্ভ কৰি দিলে। বাৰীৰ ইটো সিটো আৰু ভাত। অকণমান নিমখ।

লাহে লাহে তাৰ অস্তিত্ব ঘৰখনে প্ৰায় পাহৰি যোৱাৰ দৰে হ'ল। মাকেই যি মাজে মাজে গৈ খবৰ লৈ আহে। দিহা দিয়ে। বকে, সাংকেতিক ভাষাৰে। তলমূৰ কৈ থাকে।

দিন হ'ল। ৰীমাৰেখাক মেডিকেলত ভৰ্তি কৰোৱা হ'ল। পেয়িং কেবিন। মাক আৰু সৌৰকান্তিও তাতে। ঠাকুৰেই ঘৰ চায়। পুৰণা বিশ্বস্ত মানুহ। মূল ঘৰত তলা। যথাসময়ত নিৰ্বিঘ্নে ৰীমাই সন্তান জন্ম দিলে। সুন্দৰ দেৱশিশু। কন্দৰ্পকান্তি। স্বাস্থ্যবান। মাকে আগতেই নামটো ভাবি থৈছিল—কন্দৰ্পকান্তি।

নিৰ্দিষ্ট দিনত কোলাত কেঁচুৱা লৈ ৰীমাৰেখা সগৌৰবে ঘৰলৈ আহিল। আগফালৰ ফুলনিখন সুন্দৰকৈ বন-বাত নিবোৱা। অজস্ৰ গোলাপ একেলগে ফুলিছে। যেন হাঁহি হাঁহি কন্দৰ্পকান্তি আদৰিবলৈ বৈ আছে। মানুহৰ লানি লাগিছিল। সকলোৱে কেঁচুৱা চাইছে। পাৰ ভঙা আনন্দ।

এবাৰ তাক মাতাচোন।

কাক ?

: তাক।

: অ'।

ৰীমাৰেখাৰ অনুৰোধত সৌৰকান্তি ভিতৰলৈ গৈ ঠাকুৰটোক ক'লে গোঁ গোঁক এবাৰ মাতি আনিবলৈ।

: মই নেমাতো সৰুবোপা।

: কেলৈ ?

: ভয় লাগে।

: ভয় ? কেলৈ ?

: আজি এসপ্তাহ সি ওলোৱা নাই। দেখাও নাই। পৰহি গৈছিলো। মোক খেদি দিছে। বেমাৰ নেকি ? ভয় লগা চেহেৰা। একেবাৰে ক্ষীণ। যেনেকৈহে দাঁত নিকটালে।

সৌৰকান্তিয়ে নিজেই তাৰ জুপুৰিলৈ খোজ লৈছিল।

: দাদা। দাদা।

দৌৰি সোমাই আহিল সৌৰকান্তিৰ দদায়েকৰ পুতেক ভায়েক পল্লৱ।

: কি হ'ল ?

: মানুহে কৈছে গোঁ গোঁ হেনো নৈৰ পাৰত পৰি আছে।

মাক ওলাই আহিছিল। —সৌৰ'ৰ। মৰো গৈছোঁ।

এতিয়া হাবিয়ে ঢকা এৰা-পৰা পুৰণি ঘাট। ইয়াৰ পৰাই এদিন ককাকে তাক বুটলি আনিছিল। এতিয়া তাতে পৰি মৰি আছে গোঁ গোঁ।

সি বোধহয় বাতিয়ে মৰিছে।

ৰীমাৰেখাক কথাটো কোনেও কোৱা নাছিল। তথাপি তেওঁ এটা সময়ত নিজেই জানি গৈছিল বাহিৰৰ পৰা অহা ছিগা-ভগা কিছুমান বাক্য শুনি। আৰু—আৰু ৰীমাৰেখাই নীৰৱে কান্দিছিল।

# প্ৰসাৰ

যেনেকৈ ভাবি আহিছিল দিনকেইটা ঠিক তেনেকৈয়ে কটাবলৈ পোৱাৰ আশা দেখি ৰহমান-চাহাবৰ মনটোত খুচি। গুৱাহাটী মহানগৰীত ঘৰ সজাই থাকিবলৈ লোৱা কুৰি বছৰেই হ'লহি। ডাঙৰ ল'ৰাটোৰ জন্ম তাতে। আৰু দুই-এবছৰতে বি-এ দিব। বহুত আশাৰে তাতে থাকিবলৈ ঠিক কৰা হৈছিল। আশাবোৰ ফলিয়ালেও কিজানি। তথাপিও ৰহমানৰ মনটো কেতিয়াবা হঠাৎ অহা বেদনাত থৰ্‌ ফৰাই উঠে। বহুত দিনৰ আগৰ কিছুমান দিনলৈ, এডোখৰ বিশেষ ঠাইলৈ এবাৰ কেইদিনমানৰ কাৰণে হ'লেও গুচি যাবৰ মন যায়। গুৱাহাটীত ৰহমানহঁতৰ ঘৰটো মিলন নগৰত। ভনীয়েক এজন থাকে ভঙাগৰাত। ফোনেৰে খা-খবৰ লৈ নেথাকিলে মাহ-দুমাহ একো ক'বই নোৱাৰি। দেখাসাক্ষাততো বাদেই। আৰু ইহঁতবোৰ। ৰহমানৰ ল'ৰাটো আৰু ছোৱালীজনী। আৰু ভনীজনীৰ ল'ৰা-ছোৱালী হাল। লগ পালে একেবাৰে বন্ধুৰ দৰে কথা-বতৰা পাতে। বৰ আনন্দও পায়। কিন্তু ৰহমানে অনুভৱ কৰে, কিবা এটা যেন সিহঁতৰ মাজত নাই। তেওঁলোকৰ নাজিৰাৰ বৰতলৰ বৰগছ জোপাৰ তলত তাহানি জলকীয়া বেঙেনা চাৰিভাগ লৈ বহা আহিনী বাইক তেওঁৰ আজিও চাবলৈ মন যায়। মৰিল চাগৈ। কিন্তু মাত কেষাৰ এতিয়াও তেওঁৰ কাণত বাজে। মানুহৰ মাততো প্ৰাণ থাকে। থাকিব লাগে। ইহঁতৰ মাত-কথাত ৰহমানে প্ৰাণৰ সুৰ নুশুনে। মহানগৰী হ'লেই মৃত-নগৰী হোৱাটো সভ্যতাৰ এটা বৰ করুণ অধ্যায়।

শেষত তেওঁ সঁচাকৈয়ে নাজিৰালৈ গুচি আহিছিল। এসপ্তাহৰ ছুটী। লগত কাকো অনা নাই। তিনিদিন পূৰা ঘৰত থাকিব। এদিন ডিব্ৰুগড়লৈ। এদিন যোৰহাটলৈ। তাৰ পিছত আকৌ যাবগৈ লাগিব,—ডাঙৰ চৰকাৰী বিষয়াৰ অফিচ, ফাইল, চাপ্ৰাচী, গাড়ী, ফোন, পাৰ্টি, ইণ্টাৰভিউ—অন্য এখন আন্ধাৰ অৰণ্য। জীৱনৰ স্বচ্ছন্দ গতি নাই। বেপৰুৱা নিৰাপত্তা নাই।

আগতীয়াকৈ চিঠি দিছিল।

ঘৰত ভাইটো থাকে। খেতি-বাতি চায়। তাৰ পঢ়া-শুনা তেনেকৈ নাই বুলিব পাৰি। এনেও মানুহটো অলপ হোজা বিধৰ। ৰহমানে দোকান এখন খুলি দিছিল। চলাব নোৱাৰিলে। মাজে মাজে টকা-পইচা দিব লগা হয়। ঘৰসংসাৰ কৰিছে। এটাই ল'ৰা। ল'ৰাটো পঢ়াত বেছ ভাল হৈছে। ৰহমানেই তাৰ খৰচ-পাতি দিয়ে। মেট্ৰিকটো ভালকৈ পাছ কৰিলে গুৱাহাটীলৈ যাব লাগিব।

চিঠিত তেওঁ খোলাখুলিকৈ লিখি দিছিল ঘৰত গৈ দুদিনমান শান্তিত কটাব খুজিছে।"
একেবাৰে শান্তিত। কোনো ধৰণৰ কোনো লেঠাত যেন তোমাৰ লগা নহয়। একেবাৰে নিজজাল ছুটী।

নাজিৰাৰ ঘৰৰ মানুহখিনিও সেই মতেই সাজু হৈছিল। তেওঁলোকে বহমানক জানে। তেওঁ বিচৰা মতে কোঠালিটো আজৰাই ৰাখিছিল। অন্য যা-যোগাৰ কৰিছিল। আৰু তেওঁ যে আহিব সেই কথা আগতীয়াকৈ কাকো কোৱা নাছিল। বহমানে ভাল পাইছিল। তেওঁ বিচৰা মতেই প্ৰথম দিনটো বৰ ধুনীয়াকৈ পাৰ হৈ গ'ল। বোৱাৰীজনীয়ে বহমানক জানে। শ্ৰদ্ধা কৰে। বহমানে ভাল পোৱা ইবিধি-সিবিধ বস্তু, ঘৰৰ মানহজনক সুধি সুধি, মন দি, বান্ধি-বাঢ়ি খুৱাইছিল।

কাকো নক'লেও পিছে গম পোৱাই গম পাই গৈছিলেই। নাজিৰানো কিমান কণ ঠাই। দুমুৰৰ দুজনে জানিলেই একেবাৰে গেজেট। ইজন-সিজনকৈ খবৰ লোৱা মানুহ অহা আৰম্ভ হৈছিল। নেলাগে নেলাগে বুলিলেও এতিয়া বৰ ভাল লাগিছিল। বহমানৰ। একো যেন হেৰাই যোৱা নাই, সকলো যেন আছেই, এনে লাগিছিল, কিন্তু ··কিন্তু সকলো ভাল লগাৰ আঁৰত এটা যেন সৰু কাঁইটে অনবৰত তেওঁক বিন্ধি বিন্ধি আছিল। ঘৰে-বাৰীয়ে কাম-বন কৰি থকা মানুহে আঙুলিত চোৰ-কাঁইট সোমালে হোৱা অৱস্থাটোৰ দৰে অৱস্থা।

সৰুকণ আহি ওলাইছিল একেবাৰে ৰাতিপুৱাই।

· বাপুক এবাৰ আহিবকৈ কবি অ' সৰুকণ। তোক দেখি তালৈ বৰকৈ মনত পৰিছে। তাহানি সৰুতে সিয়ে মযে কমখন অতপালি কৰিছিলো নে। সাংঘাতিক খটাসুৰ আছিল সি।

সৰুকণ বাপুৰ ভায়েক। বাপুৰ লগৰ বুলিযেই সৰুৱে পৰাই সৰুকণে বহমানক নিজৰ ককায়েক হেন জ্ঞান কৰে। এবাৰ চাবলৈ লৰি আহিছে।

তাৰ চকু দুটা সেমেকিছিল।

ঃ ক'ত আহিব ককাইটি। বাপুকা যোৱা বহাগত ঢুকাল।

আৰু সেইটোৱেই ইতিহাস।

দেৱাজত'মোমাইটি ঢুকাল।

লখিমী পেহীটি ঢুকাল।

অৱনী খুড়া ঢুকাল।

মাৰ্চি বাইদেউ ঢুকাল।

মানুহবোৰ প্ৰায় নাই। স্মৃতি আছে। পো-পোৱালি। আনকি সেই তেতিয়া নাজিৰাত তোলপাৰ লগাই থকা, গৰম কৰি থকা, পোন্ধৰ বছৰ বয়সত ছুৰাৰ পলোৱা, ৰূপেৰে, কথাৰে, কাণ্ডৰে, সকলোকে নিজৰ নাম ল'বলৈ বাধ্য কৰোৱা বহমানতকৈ দহ

বহুমানৰ সক মাণিকীও ঢুকাল। ল'ৰা-ছোৱালী এটাও এৰি থৈ যাব নোৱাৰিলে। মাণিকীৰ পৰিয়ালটোৱেই শেষ।

মৃত্যু যে কি এটা বস্তু। চাৰিওফালে মাজে মাজে স্বাভাৱিকভাৱে দুজন এজন মানুহ মৰি থকা দেখিলে মৃত্যুৰ ক্ষমতা ঠিক উপলব্ধি কৰিব নোৱাৰি। কিন্তু ভৰপুৰ এটা স্মৃতি হঠাৎ একেবাৰে ৰিক্ত হৈ যোৱা দেখিলে গম পোৱা যায়, মৃত্যুৱে কেনেকৈ জীৱনক নিজৰ কবলত ৰাখে।

তথাপিও ৰহমানে চেষ্টা কৰিছিল-খন্তেকলৈ হ'লেও এদিনলৈও নিজৰ অতীতত এবাৰ বিচৰণ কৰিবলৈ। শৰীৰেৰে নোৱাৰিলেও মনেৰে। মনেৰেইতো কৰিব লগা হয় বহুত কাম। ছবি চায়েইতো পূৰাব লগা হয় প্ৰাণৰ হেপাহ।

ৰাতিৰ সাজত মাগুৰ মাছৰ তেল চুকহা আছিল।

: ক'ৰ মাগুৰ অ' ফল? বৰ সোৱাদ।

ফল ৰহমানৰ ভায়েকৰ নাম। দেখাত ৰহমানতকৈ বুঢ়া যেনেহে দেখি। ৰহমানৰো ঘৰুৱা নামটো মতিহে। এতিয়া সেইটো নাম হেৰাল। পোছাকী নামেৰেই মানুহে চিনি পায। ডাঙৰ হ'লে, লেখৰ হ'লে, মানুহ মানুহৰ ঘৰুৱা নামটোৰ সলনি আনুষ্ঠানিক নামেৰে পৰিচিত হ'ল। মৰমৰ ঠাই মৰ্যাদাই লয়। আৰু ডাঙৰ আৰু লেখৰ হ লে সিও তল পৰি শইকীয়া চলিহা বৰুৱা হৈ পৰে। ডক্টৰ শঙ্কৰদয়াল শৰ্মাক মাকে বা কি নাম দি মাতিছিল। এতিয়া তেওঁক কোনোবাই মাতেনে সেই মাতেৰে। সৰু হৈ নথকা যে কি দুখৰ।

: মতিকেকাৰ যে কথা। ক'ৰ সোৱাদ এইবোৰ বজাৰৰ মাছত। আজিকালি বৰশি টোপাই ধৰি অনা তাজা মাছ খাবলৈ পাবলৈকে নাই।

: ৰাজু, ওলাবি। তইঁতৰ বৰশি আছে নে নাই? তয়ে ময়ে কাইলৈ ফুটত বৰশি বাম।

ৰাজু ভতিজাকটোৰ নাম। ৰাজু বা বাপেক ফলে কিবা ক'বলৈ সুবিধাকে পোৱা নাছিল। ৰহমান চাহাবে অনৰ্গল কৈ যাবলৈ আৰম্ভ কৰি দিছিল। অহাৰ পৰাই তেওঁ এনে ধৰণে কথা কৈয়ে আছে। ফুটতযে মাছ। কাৰৈয়ে টপ টপাই থাকে। মাগুৰো পায়। আৰু শলঠাৰিটো মান একো একোটা চেঙা। আহ পুৰিলে একো দিবই নেলাগে। দিলে বৰ বেছি এটোপ নেমু।

দুহ মিনিট।

ৰাজুৱে বাপকলৈ চাইছিল।

বাপেক ফলে মনে মনে শুনি যাবলৈ ইংগিত দিছিল।

'পিছদিনাই পুৱাই তেওঁ গঁচাই ওলালেই।

ৰাজুক তাগিদা দিলে।

: চাওঁ, বৰশি ক'ত? গুঢ়া আৰু বতিয়া ঠিক লাগিব। আৰু কেঁচু লাগিব। কেঁচুতকৈ সোৱাদ টোপ আৰু নায়েই, অলপ টান মাটিৰ কেঁচু হ'লে ভাল। জেকেটা।

খাছে খেলিব পাৰে। গোবৰ বা পঁচা কল গছৰ কেঁচু বৰ কোমল। মুখত দিলেই পিগলি যায়।

ৰাজুৱে ক'লে, বৰশি বৰাধনইতৰ আছে। সি খুজি আনিব। তাৰ আগতে সি আৰু—

: ব'লচোন, ৰবৰবা। অলপহে বাট। এবাৰ ঠাইবোৰ চাই আহো। মই বৰশি বাব নেজানোৱেই। বৰাই কৈছে, তইঁতি আগে ঠাই চাই আহিবি। ক'ত বাব পাৰ। এনেই লাঠি-বাজি লৈ যাব নেলাগে।

: কি ঠাই চাব লাগে। আমাৰ ইয়াত বৰ'কাৰৈ চোতাললৈকে উঠি আহে। ধৰ আৰু পোৰ। য'ত পানী তাতে মাছ। এচলু পানীত এইজনী পুঠি।

তথাপি সিহঁত গৈছিল। ৰহমান চাহাবে অনবৰত ভোৰভোৰাই আছিল। ফুলটো সদায় খোদ। মিছামিছি সময় নষ্ট। খেও নামাৰি মানুহে জানে নেকি শিলঘৰীয়া নে লালুকী।

কিন্তু তেওঁ গৈ দেখিছিল, থাকিবলগীয়া ঠাইত ফুটটো নায়েই। তাত এটা প্ৰকাণ্ড ঘৰ। অ'-এন-জি-চিৰ কিবা অফিচ নে গুদাম। সিফালে য'ত বিৰাট তৰাণিখন আছিল, য'ত বাঘ থাকে বুলি সকতে মাকে এইফালে আহিবলৈকে নিদিছিল, য'ৰ পৰা তৰা নি পঘা বটিবলৈ বহাগৰ আগে আগে দূৰৰ পৰাওঁ মানুহ আহিছিল, তাত কেএঁা বন এদালো নাই। চাৰিওফালে কাঁটা-তাঁৰৰ বেৰা। মাজত কিবা-কিবি যন্ত্ৰ-পাতি। জি-জি-এচ নে কি। ৰাজুৱে বুজালে। চাৰিওফালে পাইপ। লোহা-লক্কৰ। দুখনমান গাড়ী। ৰহমানৰ চোকা চকুত ধৰা পৰিল ওচৰে-পাজৰে খালে-ডোঙে ক'তো এটা দৰিকণায়ো কমোৱা নাই। মাইল চেৰেকলৈ কিজানি মাছ আছোক, এটা বিজুলী-পকৰাবো নাম-গোন্ধ নাই। থাকৰা তেলৰ মৃদু-মিঠা গোন্ধ মাথোন। বতাহত মনত মাদকতা জগোৱা তাহানিৰ পথৰুৱা গোন্ধটো নাই।

মনটো বেয়া লাগিছিল।

কি পাবলৈ গৈ মানুহে কিমান কি যে হেৰুৱাব লগা হয়। তলত সোণৰ টেকেলি আছে বুলি উমান পালে মানুহে সোণাৰুৰ গছজোপা কাটিবলৈ দেৰি নকৰে। কিন্তু গছজোপা হেৰাই যোৱাৰ দুখকণ অনুভৱ নকৰে। মানুহ বোধহয় নিৰুপায়। কিন্তু নিৰুপায়নে দৰকাৰতকৈ বহুত বেঁচি স্বাৰ্থপৰ। আৰু এই স্বাৰ্থও যে কেনেকুৱা এটা স্বাৰ্থ।

মন ভাল লগা নাছিল।

ৰাজু বাটতে লগৰ এটাৰ লগত কথা পাতিবলৈ ৰ'ল।

পৰ্দাখন দাঙি বহা-কোঠাত ভৰি দিয়ে ৰহমানে দেখিলে, মজিয়াত লেপেতি কাঢ়ি এজনী মানুহ বহি আছে। বুঢ়ী। বুঢ়ীয়েই। ঘপকৈ দেখিলে তিনি কুৰি বছৰীয়া যেন লাগে। মন কৰিলে ধৰিব পাৰি, দুকুৰি পোন্ধৰ, আঢ়ৈ কুৰিৰ বেছি নহ'ব। সময়ৰ হাতত মাৰ খোৱা মানুহ।

ৰহমানক দেখি খিয় হ'ল।

: মই কেৰালৈকে বাট চাই আছো। কেকা একেবাৰে একেই আছে পাই।

ৰহমানে চালে। চিনি নেপালে। অকাল বাৰ্দ্ধক্যৰ আচোঁৰৰ আঁৰত পুৰনি চিন আছিল যদিও হেৰাল।

: চিনি পোৱা নাই ? কেকা ? · মই হাচ্না।

: হাচ্না। হাচ্না।

ৰহমানে মানুহজনীৰ মুখখনলৈ জুমি চোৱাদি চালে।

: হাচ্না ? তুমি হাচ্না। সেই ·· ? ইচ। মই চিনিয়েই পোৱা নাই। বহা বহা। মাটিত কেলৈ বহিছা। ইয়াত, চকিও বহাহি।

: হ'ব কেকা। মই ইয়াত বহিছো। কাপোৰে-কানিয়ে বৰ লেতেৰা হৈ আছো।

দুয়ো নানা কথা পাতিছিল। কথা পাতিলেও ৰহমানৰ মনটো কৰবাত দূৰ অতীতত অনাই বনাই ফুৰিছিল।

অসম্ভৱতো নাছিল। বয়স তেতিয়া কম আছিল। হ'লেও অসম্ভৱতো নাছিল। বাপেক পাঠশালাৰ শিক্ষক। ৰহমান তুখৰ চোকা ল'ৰা। বাপেকেও ভাল আদৰ কৰিছিল। কিন্তু খেলা-ধূলাত বাধা নিদিছিল। তেতিয়া কঠোৰ শ্ৰম কৰা বাবেই ৰহমান এতিয়াও টকটকিয়া, টনটনিয়া। ডাঙৰ চাকৰি, ধন-বিত, উপভোগ, উদ্বিগ্নতা ইত্যাদি স্বত্বেও সিবোৰৰ লগৰীয়া বেমাৰবোৰে লগ ধৰা নাই।

দৈনিক বজাৰখনৰ গাতে লগা ভলী কৰ্টখন। তাতে আবেলি ভলী খেলা হয়। ৰহমানেও খেলে। নিজামেও খেলে। নিজাম দুখীয়াৰ ঘৰৰ। পঢ়া-শুনাতো গাধা। বজাৰৰ একোণত পিয়াৰ কাইটিৰ চাহৰ হোটেল। একো নাই। খালি চাহ আৰু ভুজিয়া। একোদিন পৰ্কৰি। সেইদিনা উছৱ। কাইটি হাঁপানী ৰোগী। একমাত্ৰ কন্যা হাচ্নাই সহায় কৰে। মানে কাইটি বহিহে থাকে। তায়েই হোটেল চলায়।

সকলোৱে চুপাত মাৰে। বেচি মাৰে নিজামে। কিন্তু অজান কাৰণত ৰহমানে নোৱাৰে। মাত্ৰ হাচনাক চাই থাকে। বৰ ধুনীয়া। বৰ ভাল স্বাস্থ্য। হাঁহিটো বৰ মৰম লগা। আৰু ভাগৰ নাই। দুখ হয়তো আছে। বিষাদ নাই। এটা কথা ক'বৰ ৰহমানৰ সদায় মন গৈছিল।—মোক তোমাৰ নিচিনা এজনী ছোৱালী লাগে। বা তোমাক জীৱনৰ লগ হিচাপে। কোৱা নহ'ল।

হাচ্নাই কিজানি জানিছিল। বৰ ভালকৈ ব্যৱহাৰ কৰিছিল তাৰ লগত। মাত্ৰ কেতিয়াবা ঠাট্টা কৰিছিল—ইমান ভাল ল'ৰা। ভাল মানুহৰ ল'ৰা। আমাৰ দোকানত যে চাহ খোৱা, মিঠা লাগে জানো ?

সেই হাম্রা নিজামৰ লগত পলাইছিল। বাপেকটো অলপ দিনৰ পিচতে মৰি থাকিছিল।······আজি কত বছৰ।

হঠাৎ ৰহমানে সুধিছিল—নিজামৰ কি খবৰ ?

তাই হাঁহিছিল—কেকাই নেজানা। দু বছৰৰ মূৰাত মৰিল নহয়। হেপিমেন সোমাইছিল। এক্সিডেণ্ট হ'ল।

খন্তেক দুয়ো মনে মনে থাকিল।

: ছোৱালী এজনী। এতিয়া ডাঙৰ হৈছে।

: চলা কেনেকৈ ?

প্ৰশ্নটো সুধি কিবা কাৰণত তেওঁৰ ভাল নেলাগিল।

: মানুহৰ ঘৰত কাম-বন কৰি তাইক ডাঙৰ দীঘল কৰিছো।

: পঢ়িছিল ?

—ক'ও। বিয়া দিব লাগিব।

ৰহমানে ভাবিলে। এই মানুহজনকী কিবা ধৰণে সহায় কৰা তেওঁৰ উচিত। তেওঁ তাইক নিজৰেই কৰি লোৱাৰ কথা ভাবিছিল। পৰা হ'লে কৰিলেওহেঁতেন। কিন্তু নিজৰ সাহস আৰু এক বিশেষ ধৰণৰ স্বাধীনতাৰ অভাৱৰ কাৰণে সেয়া হৈ নুঠিল। কিন্তু তাই ? জানিও, সুযোগ পায়ো আঁতৰি থাকিল। হীনমন্যতাৰ বাবে নে ৰহমানৰ জীৱনৰ উৰ্দ্ধগতিক বাধা নিদিবৰ বাবে। কিমান আৰ্থ্যাত লোকে কিমান ডাঙৰ ত্যাগ দিনে-নিশাই কৰি থাকে কোনে জানে।

হাচ্না।

: কেকা।

: কেনৈ আহিলা ?

: এনেই কেকা। তুমি অহা বুলি গ'ম পালো। সক দিনবোৰলৈ মনত পৰিল। ৰ'ব নোৱাৰিলো। চৰ্পজিয়াই আহিছো এবাৰ চাও বুলি। আজিকালি নাজিৰাত নেথাকো নহয়। বেয়ৰতী কপহুৱা তহে থাকো।

: হাচনা।

: কেকা।

: হাচনা, তোমাক কিবা লাগিব নেকি ? কিবা সহায় ?

: একো নেলাগে কেকা। মোলৈ যে মনত আছে সেয়েই বহুত। যাওঁ কেকা।

হাচ্না নৰ'লেই। গুলাই গ'লেই।

ৰহমান থৰ হৈ বহি থাকিল। হাচ্নাই কান্দিছিল নেকি ? কন্দাতো নাই। তেন্তে তেওঁৰ মনৰ মাজত এই কান্দোনৰ সুৰ তেওঁ কিয় শুনা যেন পাইছে।

নে তেওঁ নিজেই কান্দিছে।

---